# উজ্জীৱন



মূল ৰচনা : লেভ টলষ্টয়

অনুবাদ : যতীন গোস্বামী



অসম সাহিত্য সভা

*UJJIVAN* : An abridged translation of Leo Tolstoy's novel *'Resurrection'* into Assamese, translated by Shri Jatin Goswami, Kanwachal Road, Guwahati-781003, Published by Shri Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat-1, and printed at the Jyoti Printers, Bamunimaidam, Guwahati-21. 1st edition 1994. Price Rs. 40·00 only.

লেভ টলষ্টয়ৰ অমৰ উপন্যাস 'ৰিচাৰেক্চন'ৰ
অসমীয়া অনুবাদ 'উজ্জীৱন'

প্ৰকাশক : শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী,
প্ৰধান সম্পাদক, অসম সাহিত্য সভা,
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৯৪

মূল্য ৪০·০০ টকা মাত্ৰ

মুদ্ৰক : জ্যোতি প্ৰিণ্টাৰ্চ, বামুণীমৈদাম, গুৱাহাটী-২১

# অনুবাদকৰ নিবেদন

বিশ্বৰ যিসকল মনিষীয়ে তেওঁলোকৰ মহত্তম ৰচনাৰ অৱদান আগবঢ়াই গ'ল তাৰে আন এগৰাকী লেভ টলষ্টয়ৰ অমৰ উপন্যাস 'উজ্জীৱন'ৰ সমাদৰ বিশ্বজোৰা। এইখন উপন্যাস মূল্যবান এই কাৰণেই যে জীৱনৰ বিভিন্ন দিশ অনুধাৱন কৰাৰ উপৰিও মানুহৰ যৌন-কামনাৰ বিভৎস ৰূপটোৰ উত্তৰণ ঘটাই মহত্তম প্ৰেমৰ সংজ্ঞালৈ ৰূপান্তৰ ঘটাবৰ কাৰণে ইয়াত এক মহান প্ৰচেষ্টা চলোৱা হৈছে। এই মহৎ উপন্যাসখনৰ অসমীয়া অনুবাদ কৰিবলৈ এটি প্ৰবল হেপাহ জাগিল আৰু অনুবাদৰ কামো হাতত লোৱা হ'ল। মূল উপন্যাসখন ৰুচ ভাষাত লিখা। আমি লুই মউদেৰ দ্বাৰা ইংৰাজীলৈ অনূদিত পুথিখনকে মূল হিচাপে লৈ অনুবাদত প্ৰবৃত্ত হলোঁ। উপন্যাসখনৰ ইংৰাজী নামটো হৈছে 'ৰিচাৰেক্চন' ( Resurrection )। 'ৰিচাৰেক্চন'ৰ অসমীয়া নামকৰণ কৰিবলৈ শব্দ বিচাৰি অলপ দিন চিন্তাও কৰিব লগা হৈছিল: কিয়নো কিতাপৰ নামটোৱে ভিতৰৰ কিতাপখনৰ বিষয়ে ইংগিতদায়ক হ'লে ভাল হয়। দুই-চাৰিজন বন্ধু-বান্ধৱৰো মগজু ঘোলা কৰিলোঁ। অৱশেষত কাহিনীৰ লগত সংগতি থকাকৈ উপযুক্ত বুলি ভবা 'উজ্জীৱন' নামটোকে লোৱা হ'ল। উপন্যাসৰ ভিতৰত থকা চৰিত্ৰসমূহৰ নাম অৱশ্যে মূলত থকাৰ দৰেই ৰখা হৈছে।

ইংৰাজী অনুবাদটোকে মূল বুলি ধৰি লোৱা কিতাপখনৰ মুঠ পৃষ্ঠা সংখ্যা ৫৮৫। অসমীয়ালৈ আক্ষৰিক অনুবাদ কৰিলেও পৃষ্ঠাৰ সেই সংখ্যাৰ তাৰতম্য নহয়, মুকলি অনুবাদ কৰিলেও প্ৰায় একেই হয়। ইমান ডাঙৰ কিতাপ এখন প্ৰকাশ হৈ ওলালেও দাম্ভিৰ নোৱাৰা মূল্যৰ কাৰণে আগ্ৰহান্বিত পাঠকে জেনে এখন কিতাপৰ ওচৰলৈ যোৱা টান হব বুলি ভাবি কিতাপখনৰ সংক্ষিপ্তানুবাদ কৰি মূল কাহিনীৰ হেৰফেৰ নোহোৱাকৈ

কামখিনি শেষ কৰা হ'ল। তাকে কৰোঁতে মূলৰ বহুখিনি হেৰুৱাই পেলোৱা হব নেকি বোলা ভয়েও আমাক আক্ৰান্ত কৰিছিল। কিয়নো মনিষী টলষ্টয় এজন অকল কাহিনীকাৰেই নহয় ৰচনাৰ ক্ষেত্ৰত তেখেতৰ বাক্যবিন্যাস, চিত্ৰ বৰ্ণন, পৰিৱেশ উপস্থাপন আৰু সৰ্বোপৰি যাদুকৰী শব্দ নিৰ্বাচন আদি গুণৰাশিৰ বৈশিষ্ট্যৰ কথাও পাঠক-পাঠিকাৰ আকৰ্ষণৰ অন্যতম কাৰণ। সংক্ষিপ্তকৰণে এইবোৰ গুণক যথাযথভাৱে ৰক্ষা কৰিব নোৱাৰে বুলি নক'লেও হয়। গতিকে মূলৰ সৌন্দৰ্য যদি আমাৰ অনুবাদত লাগৰ হৈছে তেনেহলে সেই দোষত দোষী এই অনুবাদকহে।

উপন্যাসখনৰ অনুবাদৰ অগ্ৰগতি লেহেম হৈছিল বুলি ড° প্ৰফুল্ল দত্ত গোস্বামী, ড' ৰামচৰণ ঠাকুৰীয়া, ড° দয়ানন্দ পাঠককে ধৰি কেবাগৰাকীও গুণী-জ্ঞানী বন্ধুৰ খেচখেচনি শুনিবলগীয়া হৈছিল। গুৱাহাটীৰ ব্যস্ত সামাজিক জীৱনটোৰ প্ৰতি লক্ষ্য কৰি শ্বিলঙৰ লাইটুম-প্ৰান্ত থকা আমাৰ মৰমৰ শ্ৰীমান ৰবীন বড়োৱে একপ্ৰকাৰ দাঙি নিয়াৰ নিচিনাকৈ নি শ্বিলঙত কিছুদিন ৰাখি কামফেৰা হৈ মুঠালৈকে এৰি নিদিলে। এনেবোৰ উদগনি আৰু সহায়ৰ বাবে তেওঁলোক আটাই-কিজনলৈ কৃতজ্ঞতা জনালোঁ। কিতাপখনিৰ প্ৰেছ কপি সাজু কৰি দি আমাৰ মৰমৰ শ্ৰীমতী ৰত্না ভট্টাচাৰ্য্য, আমাৰ দুজনী বোৱাৰী চিত্ৰালী ( বাবলি ) আৰু কবৰী ( বু-মণি ) আৰু সহধৰ্মীনী ৰেণু গোস্বামীয়ে সহায় কৰি দিছে। তেওঁলোকলৈ শলাগ জনালোঁ।

অসম সাহিত্য সভাৰ ১৯৯৩-৯৪ বৰ্ষৰ কাৰ্যনিৰ্বাহক সভাই এই পুথিখন অনূদিত হৈছে বুলি জানি সভাৰ প্ৰকাশন আঁচনিৰ অন্তৰ্ভুক্ত কৰি প্ৰকাশ কৰিবলৈ লোৱাত আমি অসম সাহিত্য সভালৈ আমাৰ হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

কমাচল ৰোড
গুৱাহাটী-৭৮১০০৩

—যতীন গোস্বামী
২৮, ডিচেম্বৰ, ১৯৯৩

## প্ৰধান সম্পাদকৰ একাষাৰ

বিশ্ব-সাহিত্যৰ আনগৰাকী নমস্য পুৰুষ লেভ টলষ্টয়ৰ ৰচনাৱলীয়ে যুগে যুগে মানুহক আকৰ্ষণ কৰি আহিছে। এই মনীষিগৰাকীৰ সাহিত্য সম্ভাৰ পৃথিৱীৰ বিভিন্ন ভাষালৈ অনূদিত হৈছে; অসমীয়া ভাষাতো একেবাৰে নোহোৱাকৈ থকা নাই। মানুহৰ প্ৰেমক এক মহত্তম প্ৰেমলৈ উত্তৰণ ঘটোৱা কাহিনীৰে পুষ্ট টলষ্টয়ৰ 'ৰিচাৰেক্চন'ৰ অসমীয়া অনুবাদৰ কাৰণে বহুদিন অপেক্ষা কৰি থাকিব লগা হৈছিল; অৱশ্যে অসমৰ আনজনা বিশিষ্ট সাহিত্যিক তথা অনুবাদক শ্ৰীযতীন গোস্বামীয়ে মূল পুথিখনৰ সংক্ষিপ্তানুবাদ কৰি উলিওৱাত এটা ডাঙৰ অভাব পূৰণ হ'ল আৰু অসম সাহিত্য সভাৰ ১৯৯৩-৯৪ চনৰ কাৰ্য-নিৰ্বাহক সভাই লগে লগেই প্ৰকাশন আঁচনিত অন্তৰ্ভুক্ত কৰিলে। অসম সাহিত্য সভাৰ সেইবৰ্ষৰ প্ৰধান সম্পাদক ড° ৰামচৰণ ঠাকুৰীয়াই উল্লিখিত বৰ্ষৰ ভিতৰতে কিতাপখনি প্ৰকাশ কৰিবলৈ ছপাশালতো দিলে যদিও তেখেতৰ কাৰ্যকাল শেষ হোৱাৰ আগে আগে কিতাপখনৰ ছপা কাম সম্পূৰ্ণ হৈ নুঠিল।

১৯৯৩-৯৪ চনৰ কাৰ্য-নিৰ্বাহকৰ প্ৰস্তাৱ অনুসৰি প্ৰকাশন আঁচনিত পোনতে 'উজ্জীৱন'ৰ লগতে অন্যান্য প্ৰকাশনসমূহৰ কাম হাতত লোৱাত 'উজ্জীৱন'খন প্ৰকাশ কৰি উলিয়াই দিব পৰা হ'ল।

কিতাপখনৰ বেটুপাত আঁকি দিছে প্ৰখ্যাত চিত্ৰ-শিল্পী শ্ৰীত্ৰৈলোক্য দত্তই। এই সুযোগতে তেখেতলৈ কৃতজ্ঞতা জনালোঁ। অতি কম সময়ৰ ভিতৰতে ছপা-বন্ধাৰ কাম কৰি দিয়া বাবে গুৱাহাটীৰ 'জ্যোতি প্ৰিণ্টাৰ্ছ'লৈ আমাৰ ধন্যবাদ জ্ঞাপন কৰিলোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১
২০ ডিচেম্বৰ, ১৯৯৪

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

বিগত শতিকাৰ কথা।

এদিন বিখ্যাত আইনজ্ঞ আনাটোলি কোনিয়ে তেওঁৰ পৰম বন্ধু লেভ টলষ্টয়ৰ আগত এটি গোচৰৰ কাহিনীয়ে তেওঁক কেনেভাবে অভিজ্ঞতা দান কৰিছিল সেই কথা বিবৰি ক'লে: আদালতত এটা চুৰি মোকৰ্দমাৰ শুনানি চলি আছিল। এনে সময়তে জুৰিসকলৰ মাজৰে এজন ডেকা বয়সৰ জুৰিয়ে দেখিলে যে মোকৰ্দমাটো যিগৰাকী গাভৰুৰ বিৰুদ্ধে চলি আছে সেই গৰাকী গাভৰুক ফুচুলাই তেওঁ সতীত্ব হৰণ কৰিছিল আৰু তাৰ পিছত তাইক এৰি তেওঁ গুচি গৈছিল।

যুৱকজনৰ অনুশোচনা আহিল। নিজৰ পাপৰ প্ৰায়শ্চিত্ত হিচাপে আৰু ছোৱালীজনীৰ দুৰ্ভাগ্যৰ ভাৰ লাঘৱ কৰাৰ উদ্দেশ্যে অৱশেষত তেওঁ তাকেই বিয়া কৰোৱাটোকে ঠিক কৰিবলৈ মনস্থ কৰিলে।

এই কাহিনীৰ পৰাই জন্ম হ'ল লেভ টলষ্টয়ৰ মহান সৃষ্টি 'উজ্জীৱন'। এই কাহিনীয়ে মূল চৰিত্ৰৰ স্থান, তেওঁৰ আত্মাৰ পুনৰ উজ্জীৱন বা পুনৰ্জন্মৰ সম্ভাৱনাক দাঙি ধৰিছে। উপন্যাসখনি ৰচনা কৰিবলৈ নিৰলস অনুসন্ধান, চিন্তাভাবনা আৰু অন্যান্য পৰিশ্ৰম কৰোঁতে টলষ্টয়ক লাগিছিল পূৰা দহোটা বছৰ (১৮৮৯-১৯০৯); অৰ্থাৎ টলষ্টয়ৰ জীৱনৰ দহোটা বছৰৰ একাগ্ৰতাপূৰ্ণ অনুসন্ধান আৰু পৰিশ্ৰমৰ ফলস্বৰূপে জন্ম হ'ল তেওঁৰ বিখ্যাত উপন্যাস 'উজ্জীৱন'।

তেতিয়া তেওঁৰ ওচৰলৈ আহি পিটাৰে ক'লে, "হে প্ৰভু, মোৰ ভাই এজনে যদি মোৰ ওচৰত অপৰাধ কৰে তেনেহ'লে কিমান-বাৰলৈ মই সেই অপৰাধৰ ক্ষমা কৰিম? সাতবাৰলৈ নেকি?

—মথি ১৮।১১

যীশুৱে তেওঁক ক'লে, "তোমাকচোন কৈছোঁৱেই—সাতবাৰলৈকে বুলি; কিন্তু সত্তৰ-গুণ সাতবাৰলৈকে।"

—মথি ১৮।২২

"কিন্তু তোমাৰ ভায়েৰাৰ চকুৰ কুটাডালকে কেৱল তুমি দেখিছা কিয়; তোমাৰ নিজৰ চকুতো যিডাল বাটাম কাঠ আছে, সেই ডালৰ কথা ভাবি চোৱা নাই কিয়?

—মথি ৭।৩

তোমালোকৰ মাজৰ যিজন নিষ্পাপ সেই-জনেই প্ৰথমতে তাইলৈকে শিলগুটি মাৰা।

—চেণ্ট যোহন, ৮।৭

গুৰুতকৈ শিষ্য ডাঙৰ নহয়; কিন্তু যিজনে পৰিপক্কতা অৰ্জন কৰে তুলনাত তেওঁ গুৰু-জনৰ সমান হয়।

—চেণ্ট লুক, ৬।৪০

## ॥ প্ৰথম পৰ্ব ॥

### ॥ এক ॥

মানুহেৰে ঠাহ খাই আছে সেইখন ঠাই। এইকেন অকণমানি ঠাইতে হাজাৰ হাজাৰ মানুহে বাস কৰি গোটেইখন লেতেৰা কৰি ৰাখিছে। সিহঁত ইমান লেতেৰা কিয়? নিজৰ ঠাইখন নিজে চাফ চিকু-

নকৈ ৰাখিব নোৱাৰেনে? তেওঁলোকৰ বিচাৰ-বিবেচনাবোৰ দেখিছে আচৰিত হব লাগে। মাটিবোৰ দম কৰি ৰাখিছে শিলৰ ওপৰত, ঘাঁহ বোৰ পোত খাই গৈছে ওপৰত মাটি পৰি পৰি, ভাঙি ছিঙি গছৰ ডাল-পাতবোৰ পেলাই থৈছে য'তে ত'তে। গছ-বিৰিখত চৰাই-চিৰিকতি এটাও দেখিবলৈ নাই। মানুহৰ উৎপাতত সিহঁতে পলাই পত্রং দিছে। ইফালে কয়লাৰ ধোঁৱা, সিফালে কেৰাচিন তেলৰ গোন্ধ .... । ইয়াত মানুহ থাকে কেনেকৈ! অথচ এইখন চহৰলৈও বসন্ত নহাকৈ থকা নাই। ইয়াত প্রকৃতিয়েও নিজৰ নিজৰ কাম কৰি গৈছে। বাসন্তী সূৰ্যৰ আমেজ লগা উত্তাপে প্রবল শীতকো কোমল কৰি তুলিছে, ঘাঁহ-বনবোৰে নতুনকৈ পোখা মেলিবলৈ লৈছে। পপ্‌লাৰ আৰু ৰসাল আৰু সুগন্ধী বাৰ্চেৰী গছৰ পাতবোৰ হৈছে মঞ্জৰিত। লাইম গছে কলি পেলাইছে নতুনকৈ—এতিয়াই যেন তাত ফুল ফুলিব। কেতবোৰ চৰাইৰ পাখিতো যেন বসন্তৰ-বা লাগিছে।

চৰাইবোৰ এতিয়া ব্যস্ত নতুনকৈ বাঁহ সজাত, বসন্তৰ তপত বতাহ পাই মৌ-মাখিয়ে তুলিছে গুঞ্জন। ল'ৰা-ছোৱালীবোৰৰো নতুন নতুন ৰং, নতুন নতুন আনন্দ। অথচ মানুহে চহৰখনক লেতেৰা কৰি ৰাখিছে।

এতিয়া সূৰ্যৰ পোহৰত গা ধুই বসন্ত আহিছে পবিত্র হৈ, ঈশ্বৰৰ সৃষ্টিৰ সমস্ত শোভা যেন আনিছে উজাৰি—সকলোকে আনন্দ দিবলৈ, মনৰ লগত মনৰ মিলন ঘটাবলৈ, হৃদয়ৰ লগত হৃদয়ক প্রেমৰ বান্ধোনেৰে বান্ধিবলৈ।

আনহাতে বসন্তৰ এই সৌন্দৰ্য্য মাধুৰীয়ে বুঢ়াসকলৰহে মন পৰশিব পৰা নাই। তেওঁলোকে বহি বহি ভাবে—কেনেকৈ কাৰ কথাৰ কু-চৰ্চা কৰিব পাৰি, কেনেকৈ কাক বশ কৰিব পৰা যায়। তেওঁ-লোক এতিয়া ব্যস্ত ইজনে সিজনক প্রবঞ্চনা কৰাত। তেওঁলোকে নিজেও জ্বলি পুৰি থাকে আৰু আনকো জ্বলাই থাকে।

বসন্ত প্লাৱিত সকলোবোৰ প্রাণীৰ মনত সঞ্চাৰ হৈছে তৃপ্তি আৰু আনন্দ। অথচ চৰকাৰৰ কয়দীখানাত বসন্তৰ প্ৰভাৱ পৰা নাই। আজিৰ এই শুভ্ৰ প্ৰভাতত হঠাতে কাৰাগাৰৰ কাৰ্য্যালয়ে আটাইলৈকে এটা ভাঙৰ খবৰ পালে। ৰোৱাকালি চৌল-মোহৰ মৰা থাম এটাত

আহিছে সেই হুকুম-নামাখন! হুকুম-নামাখনত কোৱা হৈছে—এপ্ৰিল মাহৰ আঠাইশ তাৰিখে অৰ্থাৎ আজিৰ দিনটোত বাতিপুৱা ন-বজাত তিনিজন আচামীক আদালতত হাজিৰ কৰাব লাগে। কয়দী তিনিজনৰ এজন পুৰুষ আৰু বাকী দুগৰাকী তিৰোতা। তিৰোতা দুগৰাকীৰ এগৰাকী হ'ল মোকৰ্দমাটোৰ প্ৰধান আচামী। সেইজনীক এনেদৰে অকলশৰীয়াকৈ আদালতলৈ নিব লাগে যাওঁতে যেন বাটত আৰু কোনো মানুহৰ লগত তাই কথা পাতিব নোৱাৰে। আদেশপত্ৰ-পাই কাৰাগাৰৰ ৰখীয়াজনৰ পাছে পাছে গল এগৰাকী মহিলা চন্তৰী। মহিলা কাৰাগাৰত তেওঁলোক সোমালগৈ। অন্ধকাৰ গলিয়েদি গৈ থাকোঁতে নাকত পৰিল মল মূত্ৰৰ গোন্ধটো। তাতেঁ যাওঁতে নাকত কাপোৰ বান্ধি যাব লাগে।

কাৰাগাৰৰ ৰখীয়াজনৰ লগত গৈ থাকোঁতে চন্তৰীজনীয়ে সুধিলে, "আপোনালোকক মাছলভাক লাগে নেকি?"

সি ক'লে, "মাছলভাক আদালতত হাজিৰ কৰাব লাগে।"

ভিতৰত চলি থকা মহিলা কয়দীবোৰৰ চিঞৰ-বাখৰবোৰ শুনা গ'ল। তেওঁলোকে ভিতৰতে দৌৰা-দৌৰি কৰিব লাগিছে।

কাৰাৰক্ষীজনে এজনক ক'লে "পলম কৰিছ কিয়? ততালিকে ওলা।"

ভিতৰৰ পৰা ওলাই আহিল এজনী উন্নতবক্ষা যুৱতী। তাই কাৰাগাৰৰ ৰখীয়াজনৰ সন্মুখত থিয় হ'ল। তাইৰ গাত জেলখানাৰ সাজ. মূৰটো ঢকা আছে এখন কাপোৰেৰে। খেলা-খেলীয়া বগা তাইৰ মুখখন, বহুদিন জেলৰ ভিতৰত থকা কয়দীৰ মুখৰ ৰং যেনে হয়—ঠিক তেনেকুৱা; যেন গুদামত ভৰাই ৰখা আলুৰ গজালিৰ ৰঙটো। খেলা ৰবণীয়া মুখমণ্ডলত আছে তাইৰ ক'লা আৰু উজ্জল চকুযুৰি। তাৰে এটা চকু সামান্য কেঁৰা। মূৰটো থিয় কৰি পোন হৈ থিয় হল তাই চকীদাৰজনৰ সন্মুখত—যেন আদেশ পালন কৰিবৰ বাবেই তাই সাজু হৈ আছে।

পাছফালৰ পৰা ওলাই আহি দুৱাৰ মুখত থিয় হ'ল এগৰাকী বুঢ়ী। লগে লগেই ভিতৰত আকৌ কোলাহল। বুঢ়ীয়ে যুৱতী কয়দীজনীক সম্বোধি ক'লে,

"চা মাহুলভা, কথা-বতৰাত কিন্তু সাৱধান হবি। ভেতুঁলোকে যেতিয়া জেৰা কৰে তেতিয়া কথাৰ যেন লৰচৰ নহয়। যি সোধে মাত্ৰ সেই কথাবহে উত্তৰ দিবি, বঢ়াই এটা কথাও নকবি কিন্তু।"

"এতিয়া ইপাৰ বা সিপাৰ—কিবা এটা হলেই হ'ল; অৱশ্যে ভাতকৈ বেছি একো হব নোৱাৰে।"

"যি হয়—এটাহে হব, দুটা নহয়; সেয়া অনা কথা"—চকীদাৰজনে সৰ্বজ্ঞৰ দৰে কৈ উঠিল। তাৰ পিছত ক'লে, "মাহুলভা বল, পলম কৰিব নোৱাৰে।।"

কৰিডৰেদি সিহঁত ওলাই আহিল। পুৰুষ কয়দীসকলৰ ৱাৰ্ডৰ কাষেদি অহাৰ লগে লগে সেইটো ৱাৰ্ডতো উঠিল এক অভিনৱ গুঞ্জন। এইসকল কয়দীয়েও চাইছে তাইলৈ—সকলোৰে এক কৌতুহলী দৃষ্টি।

সিহঁত আহি অফিচ ঘৰ পোৱাৰ পিছতে দুজন চন্তৰীৰ জিম্মাত গাভৰুজনীক চমজাই দিয়া হ'ল। এই দুজন চন্তৰীয়ে পহৰা দি তাইক আদালতলৈ লৈ যাব। অফিচৰ এজন কেৰাণী আহি ৰ্পাতৰ পাতৰ নিচিনা বঙৰ এখিলা কাগজ এজন চিপাহীক দিলে আৰু ম'হুলভালৈ আঙুলিয়াই ক'লে, "এইজনীক লৈ যোৱা।"

মাজত গাভৰু কয়দীজনীক লৈ দুয়োজন চন্তৰীয়ে কাৰাগাৰ প্ৰাংগন পাৰ হ'ল।

সিহঁত ৰাজপথত উঠিলগৈ। ৰাজপথেৰে সিহঁত খোজকাঢ়ি গৈ আছে। পথাচাৰী, ঘোঁৰাগাড়ীৰ গাৰোৱান, ফেৰীৱালা, মজুৰ, কামলা, অফিচৰ কেৰাণী আদি সকলোধৰণৰ মানুহে অতি কৌতুহল দৃষ্টিৰে চাবলৈ ধৰিলে, এইজনী কয়দীলৈ। তাৰ মাজৰ বহুতে আকৌ কবলৈ ধৰিলে, "আমাৰ নিচিনা ধৰ্মত থকা মানুহ নহয় বুজিছা; পাপীয়ে পাপৰ ফল ভোগে, পাপৰ শাস্তি পাবই "

সৰু সৰু ল'ৰা ছোৱালীবোৰে ভাবে –'এই মানুহজনী ডকাইত হব পায়।' অৱশ্যে তাইলৈ ভয় কৰিব লগা একো নাই, দুজন চিপাহীয়ে তাইক ধৰি লৈ গৈ আছে। গাঁৱৰ এজন খেতিয়কে মানুহজনীক দেখিলে; তাৰো কিবা দুখ লাগিল। সি তাৰ হাতত থকা এটা পইচা তাইলৈ আগবঢ়ালে। কয়দীজনীয়ে লাজতে বঙা পৰি গ'ল আৰু মুখেৰে কিবা ভোৰভোৰালে।

কয়দীজনীয়ে বুজি পাইছে যে সকলোৱে চকু তাইৰ ওপৰত। ইমানবোৰ মানুহৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা বাবে তাই যেন আনন্দ আৰু গৌৰৱো অনুভৱ কৰিছে।

কাৰোপিনে মুৰ দুদুৰোৱাকৈয়ে কেৰাহিকৈ চাই গৈছে তাই কৌতু-হলী দৰ্শকসকলৈ তাইৰ বৰ ভাল লাগিছে। বেছি ভাল লাগিছে আৰু এটা কাৰণত: জেলখানাৰ বন্ধ-দ্বাৰ, বন্ধ-বন্দুৰ পৰা ওলাই আহি তাই মুকলি বতাহ আৰু মুকলি পৰিৱেশ পাইছে। বহুদিন তাই এনেদৰে আলিবাটত খোজকাঢ়িবলৈ সুযোগ পোৱা নাই। অৱশ্যে জেলখানাৰ জোতাযোৰে তাইক আমনি দিছে, সেইযোৰ পিন্ধি ৰাস্তাত খোজকাঢ়িব নোৱাৰি, ভৰিতো দুখ পায়। গতিকে বৰ সাৱধান হৈ তাই খোজ কাঢ়িব লগা হৈছে।

এছাটি বতাহ তাইৰ গালৰ ওপৰেদি পাৰ হৈ গ'ল। বতাহছাতিৰ পৰশটো তাইৰ বৰ ভাল লাগিল। মুখত হাঁহি বিৰিঙি ওলাল।

কিন্তু পিছ মুহূৰ্ততে লগৰ কয়দীসকললৈ তাইৰ মনত পৰি গ'ল। বেচেৰীৰ মনটো ভৰি পৰিল বিষাদেৰে। গাভৰুজনীয়ে এটা দীৰ্ঘশ্বাস এৰি দিলে।

## ॥ দুই ॥

আছামী মাছলতা। মাছলতাৰ জীৱন কাহিনীত কোনো নতুনত্ব নাছিল। তাইৰ বাপেক নাই। বিধৱা হোৱাৰ পিছতো মাকজনীয়ে আৰু কেবাটাও সন্তানৰ মাতৃ হ'ল। গাওঁৰ নিয়ম অনুসৰি জন্মৰ পিছতেই সন্তানক তাই গীৰ্জাঘৰলৈ লৈ যায় আৰু তাতে খৃষ্টান কৰি আনে। বেচেৰীয়ে কাম কৰিছিল এখন গো-শালাত। দিনে-নিশাই কাম, তাইৰ কষ্টৰ সীমা নাই। সন্তান কেইটাক তাই অলপো চোৱা-চিতা কৈৰিবলৈ আহৰি নাপায়। ফলত এটাৰ পিছত এটাকৈ পাঁচোটি সন্তান মৰি থাকিল। বাকী থাকিল শেষৰটো—একনী ছোৱালী। এই

জনীও মৰিলহেঁতেন ; পিছে ভাগ্য ভাল—তাইৰ ওপৰত চকু পৰিল সেই গো-শালাৰ মালিকনী এজনীৰ।

গো-শালাৰ মালিকনী আচলতে দুগৰাকী ; দুয়ো বায়েক-ভনীয়েক, দুয়োজনী অবিবাহিতা। ডাঙৰ জনীৰ নাম মেৰিয়া। তেওঁৰ হৃদয়খন কঠোৰ। মৰমেৰে ভৰা আছিল সৰুজনীৰ অন্তৰখন, তেওঁহে ক'লে যে এই অকণমানি কেচুৱাটোৰ তেওঁ ধৰ্ম-মাক হব খোজে।

ছোৱালীজনীক তেওঁলোকে আনিলে। তেওঁলোকৰ আদৰ-সাদৰতে তাই ডাঙৰ হবলৈ ধৰিলে। ডাঙৰজনী অৰ্থাৎ বায়েকে বিচাৰে—এই ছোৱালীজনী কামে কাজে পটু হওক, এজনী ভাল পৰিচাৰিকা হওক। সৰুজনীৰ নাম আছিল ছোফিয়া। তেওঁ বিচাৰে ছোৱালীজনীয়ে পঢ়ি শুনি ডাঙৰ হওক, ভাল ভাল সাজ-পোছাক পিন্ধি ধুনীয়াজনী হৈ থাকক, আৰু ডাঙৰ হলে তাইৰ ধৰণ-কৰণ চাল-চলন এগৰাকী সম্ভ্ৰান্ত মহিলাৰ নিচিনা হওক।

ডাঙৰজনীৰ কঢ়া চকু তাইৰ ওপৰত। কাম-কাজত ইফাল-সিফাল হলেই তাইৰ আৰু ৰক্ষা নাই। গালি, চৰ, ভুকু। আনফালে সৰুজনীৰ মৰমত তাই পমি যায়। এই দুই বিপৰীতধৰ্মী প্ৰভাৱত উঠি ছোৱালীজনী পিছলৈ ভাল 'লেডী'ও নহও, এজনী ভাল পৰিচাৰিকাও নহল। 'কাতিউছা' নামটো তাইক সৰুতে তেওঁলোকেই দি থৈছিল। অৱশ্যে পিছত তাই আৰু এটা নাম পাইছিল। সেইটো নাম আছিল 'মাছলভা'।

ঘৰবাৰী চাফ-চিকুণকৈ ৰখা, কাপোৰ চিলাই কৰা, কাঠৰ গুৰিৰে ধাতুৰ খৃষ্টীয় মূৰ্তিবোৰ ঘঁহি চকচকীয়া কৰি ৰখা, কফিৰ গুটি ভাজি গুড়ি কৰা, এনেধৰণৰ সৰুসুৰা কামবোৰ কৰিছিল কাতিউছাই। কেতিয়াবা কেতিয়াবা আকৌ সন্ধিয়া পৰত দুয়োজনী বায়েক-ভনীয়েকৰ কাষত বহি তাই কিতাপো পঢ়ি শুনাইছিল।

কাতিউছাৰ কাৰণে বিয়াৰ প্ৰস্তাৱো আহিছিল কেবাবাৰো। বিয়া কৰাব খোজাবোৰ আছিল খেতিপথাৰত মজুৰী কৰি খোৱা মানুহ। বিয়াত তাই সন্মতি নিদিলে। সুখ আৰু স্বাচ্ছন্দ্যত উঠি অহা কাৰণেই হব পায়—মজুৰী কৰি খোৱা গিৰীয়েক এজনৰ লগত ঘৰ

সহিব নোৱাৰিব বুলিয়েই তাই ধাৰণা কৰিছিল। এনেকৈয়ে তাই যোল বছৰত ভৰি দিলে।

এদিন আহিল সেই ল'ৰাজন—বৃদ্ধা জমিদাৰনী ছুজনীৰ ভতিজাক। সি প্ৰি-ইউনিভাৰছিটিৰ ছাত্ৰ।

ল'ৰাজনক দেখি কান্তিউছাৰ কিবা ভাল লাগি গ'ল। তাই কব নোৱাৰাকৈয়ে হঠাতে তাক ভাল পাই পেলালে; অথচ সেই কথা প্ৰকাশ কৰিবলৈ তাইৰ নিজৰ সাহসো হোৱা নাই। কাৰোবাক সেই কথা তাই কয় কেনেকৈ! তাৰ পিছতে ল'ৰাজন গ'লগৈ। তাই মুখ-ফুটাই তাক একো কব নোৱাৰিলে।

সি দ্বিতীয়বাৰলৈ আহিছে এইবাৰ। এইবাৰ আহিছে সি সৈন্য বাহিনীত যোগ দিবৰ বাবে। এই যাত্ৰাত সি পেহীয়েকৰ ঘৰত চাৰিটা নিশা কটাই গ'ল।

সেইযে প্ৰথম দেখাদেখি—তেতিয়াৰে পৰা দুয়ো দুয়োকো নিবিড়-ভাবে পাবলৈ যেন অধীৰ হৈ আছিল। এই যাত্ৰাত যেনিবা সেই সুযোগ মিলিল; এটি গোপন মুহূৰ্তত দুয়ো দুয়োৰে কাষ চাপিল। কান্তিউছাৰ লগত তাৰ সম্পৰ্ক নিবিড় হ'ল। আৰু এটা সময়ত ডেকাজনৰ বাহু বন্ধনৰ মাজত তাইৰ কুমাৰিত্বও অপহৃত হৈ গ'ল। বিদায়ৰ সময়ত ল'ৰাটিয়ে তাইৰ হাতত গুজি দি গ'ল এখন এশ কৰলৰ নোট।

এই ঘটনাৰ পাঁচ মাহৰ পিছত কান্তিউছাই নিঃসন্দেহে বুজি পালে যে তাই এতিয়া অন্তঃসত্ত্বা।

তাইৰ পেটত এটি শিশু।

কান্তিউছাৰ বৰ ভয় লাগিল। বিষাদেৰে ভৰি পৰিল তাইৰ মন। চিন্তা কৰি কৰি তাই ব্যাকুল হৈ পৰিছে —এনেহেন লাজৰ পৰা তাই মুক্তি পায় কেনেকৈ: কাম-কাজলৈ তাইৰ মন নোহোৱা হৈছে। মানসিক যন্ত্ৰণাত ছটফটাই

ফুৰিছে তাই। গাভৰুজনীয়ে মনৰ ভাৰসাম্য হেৰুৱাই পেলালে।

এদিন তাই তাইৰ পালনীয়া মাক দুগৰাকীক ক'লে যে যদিহে তেওঁলোকে তাইক যাবলৈ কয় তেন্তে তাই তাৰ পৰা গৈ অইন এঠাইত কাম বিচাৰিব।

সঁচাকৈয়ে তাই এদিন তাৰ পৰা ওলাই গ'ল আৰু এজন পুলিচ বিষয়াৰ ঘৰত কামত সোমালগৈ। বিষয়াজন বয়সীয়াল মানুহ। আঢৈ কুৰিবো ওপৰ বয়স তেওঁৰ। অথচ তেওঁৰ কামাৰ্ত চকু কাতিউছাৰ ওপৰত। মানুহজনে নিজকে চম্ভালিব পৰা নাই।

এদিনাখন হঠাতে মানুহজনে দস্যুৰ দৰে জপিয়াই পৰিল কাতি-উছাৰ ওপৰত। এইবাৰ নিজক বচাবলৈ কাতিউছাই সমস্ত শক্তিৰে মানুহজনক মাৰি পঠিয়ালে। খঙে-অপমানে মানুহজনে বেচেৰীক দিলে ঘৰৰ পৰা উলিয়াই। অজুহাত দেখুৱা হ'ল—কাতিউছাই তেওঁক অশিষ্ট ব্যৱহাৰ কৰিছে।

নিৰুপায় হৈ তাই কোনোমতে ওচৰৰে এগৰাকী ধাইৰ ঘৰত আশ্রয় ল'লেগৈ। ধাইজনীৰ আশ্রয়তে তাইৰ প্রসৱ হ'ল। সন্তানটি কিন্তু বাচি নাথাকিল।

কাতিউছা নিঠৰুৱা হৈছে। তাইৰ সম্বল মাত্র তাইৰ হাতত থকা এশ-সাতাইশটা ৰুবল। এশ ৰুবল পাইছিল তাই তাগানি সেই ডেকা-জনৰ পৰা. বাকীখিনি ধন তাই নিজে কাম কৰি অৰ্জা।

ধন সাঁচিব লাগে কেনেকৈ কাতিউছাই নাজানে। ধনখিনি তাইৰ শেষ হৈছিল প্রসৱৰ সময়তে। কাপোৰ-কানিতো খৰচ হৈছিল। এতিয়া তাইৰ সুদা হাত। তাই কৰবাত আৰু এটা চাকৰি যোগাৰ কৰিব লগাত পৰিছে।

চাকৰী বিচাৰি পাবলৈ কাতিউছাক বেছি সময় নালাগিল। বন বিভাগৰ এজন বিষয়াৰ ঘৰুৱা কামত তাই যোগদান কৰিলেগৈ। বিষয়াজন আছিল বিবাহিত। কিন্তু সেই পুলিচ বিষয়াজনৰ নিচিনাকৈ এইজনেও তাইৰ ওচৰত লৰিছিল। কাতিউছাই মানুহজনক বেয়া পায়; কিন্তু তাই এৰাই চলে কেনেকৈ?

তাই মিমানে মানুহজনৰ পৰা আঁতৰি থাকিবৰ যত্ন কৰিছে

সিমানে মানুহজনে চেলু বিচাৰি ফুৰিছে। এদিন কৌশল কৰি মানুহ-জনে কাতিউঁছাক এটি কোঠালীত সুমুৱাই ল'লে। ভাগ্য ভাল, গম পালে তেওঁৰ ঘৈণীয়েকে। তেওঁ ৰুদ্ৰমূৰ্তি ধৰি আহিল; কিন্তু আচৰিত কথা যে, তেওঁ জপিয়াই পৰিল কাতিউঁছাৰ ওপৰতহে। চৰ, কিল আৰু ভুকু পৰিল বেচেৰীৰ ওপৰত। তাৰ পিছত এটা ফুটা কড়িও নিদিয়াকৈ তাইক উলিয়াই দিলে ঘৰৰ পৰা।

কাতিউঁছা আকৌ নিৰুপায় হ'ল।

তাইৰ এজনী মাহীয়েক আছিল, একালত তেওঁৰ আৰ্থিক অৱস্থা ভালেই আছিল, এতিয়া দুৰৱস্থাত পৰিছে। দুৰৱস্থাৰ যন্ত্ৰণা পাহৰিবলৈ মানুহজনীয়ে অনবৰত কৰি থাকে সুৰাপান। তেওঁ যেনিবা কাতিউঁছাক আশ্ৰয় দি ৰাখিলে।

মাহীয়েকৰ আছিল এখন লণ্ড্ৰী—কাপোৰ ধোৱা দোকান। তেওঁ কাতিউঁছা মাছলভাক ধুবুনীৰ কামত লগাব খুজিছিল। ধুবুনীবোৰৰ দুৰৱস্থা তাই দেখি আহিছে। তাইৰ তাত কাম কৰিবলৈ মন নগ'ল।

এইবাৰ মাছলভাই পালে আন এগৰাকী মহিলাক। মহিলা গৰাকী অতি চৌখীনা, সাজে-পাৰে জাকজমকীয়া। ছোৱালীজনীক তেওঁ ঘৰলৈ নি আথে-বেথে যতন কৰিলে। তাৰ পিছত তেওঁৰ পৰি-চাৰিকা এজনীৰ হাতত এখন চিঠি দি মাছলভাক তাইৰ লগতে কৰ-বালৈ পঠাই দিলে। কাৰ ওচৰলৈ পঠালে সেই কথা মাছলভাই গম নাপায়।

সন্ধিয়াৰ লগে লগে দেখিলে যে এজন দীৰ্ঘদেহী মানুহ সেই ঘৰটোলৈ সোমাই আহিছে। মানুহজনৰ দাড়ি-চুলি পকা। আহিয়েই তেওঁ মাছলভাৰ গাত গা লগাকৈ বহি পৰিল। তেওঁৰ এখন হাঁহি ভৰা মুখ, চকুহাল তীব্ৰ।

আহিয়েই মানুহজনে মাছলভাৰ ক'গত ফুচুলনি আৰম্ভ কৰি দিলে। তাৰ পিছত মাছলভাই দেখিলে যে মানুহজনক গৃহস্বনীয়ে আন এটি কোঠালীলৈ মাতি নি কৈছে, "একেবাৰে তাজ্‌-কা মাল, গাঁৱৰ পৰা আহিছে নতুনকৈ।" তাৰ পিছত মানুহজনীয়ে মাছলভাকো সিটো কোঠালৈ মাতি নি ক'লে যে মানুহজন এজন লিখক, বহুত টকা-পইচাৰ মানুহ।

মানুহজন আছিল শিষ্ট। তেওঁ মাছলভাক কোনো ধৰণৰ বেয়া ব্যৱহাৰ কৰা নাই। তাইৰ হাতত মানুহজনে পঁচিশটা কৰল দি গুচি গ'ল। যাবৰ পৰত ক'লে যে তেওঁ আকৌ আহিব, ঘনাই আহি থাকিব।

বহুত দিন ধনৰ অভাৱত মাছলভাই বৰ কষ্ট পাইছে। মানুহজনে হাতত দিয়া ধনখিনিলৈ তাই এবাৰ চালে। "এৰা, হাত খৰচ কৰিবলৈ অলপ হ'ল"—তাইৰ মুখেৰে ওলাল। তাৰে কিছু ধন তাই খৰচ কৰিব পিন্ধা কাপোৰ কিনাত আৰু বাকীখিনি মাহীয়েকলৈ পঠাই দিব। তাই তাকেই কৰিলে।

আকৌ কেইদিনমান পিছত সেই ভদ্রলোকজন আহিল। তেওঁ কোঠালৈ মাছলভাক মাতি পঠালে। তাইও গ'ল। এইবাৰো মানুহজনে তাইৰ হাতত পঁচিশটা কৰল দি ক'লে যে তাইৰ কাৰণে তেওঁ এটা বেলেগ ঘৰ ভাড়ালৈ লৈছে।

লিখকজনে মাছলভাৰ কাৰণে যিটো ঘৰ ভাড়ালৈ লৈছিল, সেই ঘৰটোৰ কাষতে থাকে এজন তৰুণ। ডেকাজনে কোনোবাখন দোকানত কাম কৰে। ল'ৰাজন আছিল বৰ ধেমেলীয়া। সি কেইদিনমান তাইৰ লগতে হলি গলি কৰিলে. প্রেমতো পৰিল, কাতিউছাই কথাটো গোপনে নাৰাখিলে, তাই কথাটো জনালে। অলপ দিন পিছতে ল'ৰা-জনে তাইক বিয়া কৰাব বুলি কোৱাত তাই তাৰ ঘৰটোলৈ গ'ল আৰু তাত একেলগে থকা কৰিলে। কিন্তু আচৰিত কথা যে এদিন সি মাছলভাক নোকোৱাকৈয়ে দোকানৰ কিবা কামত যাওঁ বুলি গৈ আৰু উভতি নাহিল।

এতিয়া কাতিউছাই কি কৰিব ভাবি নাপায়। এনে অৱস্থাত তাই অকলে থকাটোকে ভাল বুলি ইচ্ছা কৰিলে। কিন্তু সেয়াও হৈ নুঠিল। এদিন পুলিচে আহি তাইক ক'লে যে যদিহে তাই অকলে থকাটোকে বিচাৰে তেন্তে অন্যান্য গণিকাৰ নিচিনাকৈ ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰাই লব লাগিব আৰু গেঁৰুৱা বস্তৰ কাপোৰ পিন্ধিব লাগিব।

কাতিউছাই ঠিক কৰিলে যে তাই ইমানখিনিলৈ নাযায়। তাতকৈ

তাই আকৌ মাহীয়েকৰ ওচৰলৈ যোৱাটোকে ঠিক কৰিলে। যঁতাকে তাই শলও।

মাহলভাৰ পিন্ধন-উৰণ দেখি মাহীয়েকে ভাবিলে যে ততিয়াক-জনীৰ অৱস্থা ভালেই হৈছে। ইকালে মাহলভাই মাহীয়েকৰ বোৱা-খানাত কাম কৰা তিৰোতাবিলাকৰ হাড় ভঙা পৰিশ্ৰম, চাৰোন পানীৰ দুৰ্গন্ধ সহি কাম কৰা আৰু জীৰ্ণ শীৰ্ণ অৱস্থা দেখি তাই নিজে আতংকিত হৈ উঠিল।

কিছুদিন ধৰি মাহলভাই সুৰাপানতো ধৰিছে -বিশেষকৈ দোকা-নত কাম কৰা সেই ল'ৰাটোৱে এৰি যোৱাৰ পৰা। মদ খাবলৈ তাইৰ ভাল নালাগে। কিন্তু নিজৰ দুখ-বেদনাৰ কথা পাহৰি থাকিবৰ কাৰণেই তাই সুৰাপান কৰে। মদ নহলে তাইৰ লাগে বিষণ্ণ, লাগে লাজ।

তোৱালীজনীৰ মনৰ অৱস্থা দেখি মাহীয়েকৰ বেয়া লাগিছে। তেওঁ তাইৰ কথা বুজি পালে আৰু ক'লে যে যদিহে তাই বিচাৰে তেন্তে তেওঁ এজন ডাঙৰ মানুহৰ ঘৰত পৰিচাৰিকা হিচাপে তাইক থব পাৰে।

এতিয়া মাহলভাৰ সন্মুখত জীৱিকাৰ কাৰণে দুটি পথ—পৰিচাৰিকা অথবা বেশ্যাবৃত্তি।

পৰিচাৰিকা চাকৰিটোৰ কথা তাই ভাবি চালে: তাত আছে, পদে পদে লাঞ্ছনা, ঘৰৰ মতা মানুহজনে তাইৰ পিছত লাগি লাগি তাইক অতীষ্ঠ কৰি তুলিব। অৱশ্যে চোৰাংকৈ হলেও তাই লাভ কৰিব যৌন-সংগমৰ সুখ। যদি পৰিচাৰিকা হিচাপে কাম নকৰে তেন্তে তাই বেশ্যাবৃত্তিক লব লাগিব—য'ত ধন পাব প্ৰচুৰ, সংগমৰ সুখো লাভ কৰিব নিয়মীয়াকৈ।

তাই ঠিক কৰিলে যে বেশ্যাবৃত্তিয়েই ভাল হব; আৰু মাহীয়েকেও এদিন কাতিউঙা মাহলভাক লৈ আহিল মেডেম কিতায়েভা নামৰ মহিলাগৰাকীৰ পতিতালয়ত।

সেইদিনৰ পৰাই মাহলভাৰ সূচনা হ'ল এটি পাপময় জীৱনৰ—যিটো জীৱন মানুহ আৰু ঈশ্বৰৰ বিধানৰ বিৰুদ্ধ। অথচ তাই জানে

যে অৱস্থাৰ তাড়নাত হাজাৰ হাজাৰ তিৰোতাই বাধ্য হৈ পৰিছে সেই পাপময় জীৱনকে যাপন কৰিবলৈ। চৰকাৰেও নাৰীৰ জীৱিকা অৰ্জনৰ এই ব্যৱসায়কে দিছে প্ৰেৰণা, জনসাধাৰণৰ হিত সাধনত ব্যস্ত চৰকাৰখনে নাৰীৰ দেহক লৈ গণিকা বৃত্তিতো দিছে মঞ্জুৰী। আৰু বেশ্যাবৃত্তিক সাৱটি লোৱা তিৰোতাসকলে পাপময় জীৱনৰ পৰিণতি হিচাপে লাভ কৰিছে দুৰাৰোগ্য ব্যাধিৰ যন্ত্ৰণা আৰু অকাল বাৰ্দ্ধক্য কিম্বা মৃত্যু।

গোটেই নিশা ব্যভিচাৰ কৰি দিনটো টোপনিত হৈ থাকিব লাগে আচ্ছন্ন; তাৰ পিছত খাব লাগে বটলে বটলে ঢোঙা আৰু পিয়লাই পিয়লাই কড়া কড়া কফি। তাৰ পিছত পিন্ধি থকা কাপোৰৰ ওপৰত কাপোৰ মেৰিয়াই পৰ্দাৰ ফাকেদি বাহিৰলৈ চাই থাকে—আৰু শুনি থাকে এলাহ জৰ্জৰিত অৱস্থাৰ মাজত পৰস্পৰৰ হাই-কাজিয়া। তাৰ পিছত আকৌ দেহাটো ঘঁহি-পিহি প্ৰসাধন কৰি উঠি পিন্ধি লয় দেহৰ অধিকাংশ অনাবৃত হৈ থকাকৈ জিলমিল ৰেচম কাপোৰৰ সাজ। তাৰ পিছত ৰঙীন আলোকময় সুসজ্জিত বৈঠকখানাত .... .... ভাওৰীয়াসকল আহে, নৃত্য-গীত চলে, যৌন-সংগম হয়—ডেকা, বুঢ়া কিশোৰৰ লগত। এইসকলৰ ভিতৰত থাকে বিবাহিত অথবা অবিবাহিত বেপাৰী, দোকানী, কেৰাণী, আৰ্মেনীয় ইহুদী ...। তাৰে বহুজন স্বাস্থ্যবান আৰু বহুজন ৰুগীয়া। এইবিলাকৰে বহুজন হৈ আছে সুৰাত মতলীয়া হৈ আৰু বহুজন আছে যিসকলে সুৰাপান নকৰে। সৈন্য বাহিনীৰ মানুহো আছে, অসামৰিক লোকো আছে। স্বভাৱত কোনোবাজন অতি নম্ৰ, কোনোবাজন অতি কৰ্কশ। স্কুল-কলেজৰ ল'ৰাবোৰো আছে।

চাৰিওপিনে কেৱল হাই-উকমি, মদ আৰু ধপাতৰ ধোঁৱাৰ সমুদ্ৰ, নৃত্য গীত। এইদৰেই চলি থাকে সন্ধিয়াৰ পৰা মাজ নিশালৈ, মাজ নিশাৰ পৰা ৰাতিপুৱালৈ—ৰাতি দুপুৰায় মানে যেহাই নাই, স্বস্তি নাই। তাৰ পিছত টোপনিতে শুই পৰে এটুকুৰা শুকান কাঠৰ নিচিনা হৈ। এনেকৈয়ে চলি গৈছে দিনৰ পিছত দিন, ৰাতিৰ পিছত ৰাতি। সপ্তাহটো শেষ হলে এবাৰ যাব লাগে থানালৈ। ডাক্তৰ আছে পৰীক্ষা

কৰিবলৈ। ডাক্তৰসকলৰো আকৌ কিছুমান কৰ্তব্য পালনত নিষ্ঠাবান, কিছুমান পাতল স্বভাৱৰ, চঞ্চল। পৰীক্ষাৰ শেষত গণিকাসকলে লিখিত অনুমতি পায় আৰু এটা সপ্তাহৰ বাবে।

এনেকৈয়ে চলি যায় এটাৰ পিছত এটা সপ্তাহ, প্ৰতিটো নিশাতে একে ধৰণৰ ক্ৰিয়া আৰু ঘটনা—সেয়া জাৰৰ দিনেই হওক বা জহৰ দিনেই হওক।

এনেকৈয়ে মাহুলভাৰ পাৰ হ'ল জীৱনৰ সাতোটা বছৰ গণিকালয়ত। এই সাত বছৰৰ ভিতৰতে তাই হাস্পাতালতো ভৰ্তি হ'ব লগা হৈছিল কেবাবাৰো। গণিকাবৃত্তিৰ সপ্তম বছৰত তাইৰ বয়স আছিল চাব্বিশ বছৰ আৰু এই চাব্বিশ বছৰৰ বয়সতেই ঘটা এটা ঘটনাৰ বলি হৈ তাই এতিয়া হ'ব লগা হ'ল কাৰাবন্দী; আৰু আজি তাইক বিচাৰৰ বাবে অনা হৈছে আদালতলৈ। ইতিমধ্যে ছমাহ কাল তাই জেলখানাত ভুগিছে যমৰ যাতনা।

## ॥ তিনি ॥

ছুজন চন্তৰীৰ পহৰাত ৰাজপথত খোজ কাঢ়ি কাঢ়ি আজি নিৰ্দিষ্ট সময়ত মাহুলভাই অৱসন্ন দেহাটো লৈ আদালত-ভৱনত উপস্থিত হৈছে. সেই একে সময়তে কাভিউছা-মাহুলভাৰ শ্লীলতা নষ্ট কৰা সেইজন তাহানিৰ জমিদাৰনী ছুজনীৰ ভতিজাক প্ৰিন্স দমিত্ৰি ইভানিভচ (নেখলিউদভ) সু-সজ্জিত পালেঙৰ স্প্ৰীংবোৰত। কোমল বিছনাত শুই শুই এঙামুৰি ভাঙিছে। বিবিধ প্ৰসাধন সানি বেচমৰ সাজ পিন্ধি ছাইদানিত চিগাৰেটৰ ছাই পেলাই পেলাই সেইজন ডেকা তন্ময় হৈ আছে কিবা মধুৰ আবেশত। চাল-চলন, ধৰণ-কৰণত এক সুৰুচি-সম্মত ব্যতিক্ৰম আৰু পৰিধানত পৰিপাটি। খোলা টেবিলত পাৰি থোৱা কাপোৰৰ ওপৰত ৰূপৰ পাত্ৰত সুগন্ধি কফি একে ধৰণৰ চেনিৰ পাত্ৰ এটা আৰু নানাবিধ কটি, বিস্কুট আৰু অন্যান্য খাদ্য-সম্ভাৰ।

প্রিন্স বহা আসনৰ কাষতে সদাই থোৱা আছে বান্ধৱি কাকত আৰু কিছুমান চিঠি।

খোৱা-টেবিলত বহি এখন এখনকৈ চিঠি হাতত লোৱাৰ সময়ত দুৱাৰ খুলি সোমাই আহিল এগৰাকী আদবয়সীয়া স্থূলকায়া মহিলা। এওঁ আগতে নেখলিউদভৰ মাকৰ পৰিচাৰিকা আছিল। এতিয়া তেওঁ পুতেকৰ ঘৰ-সংসাৰৰ তদাৰক কৰে। আগতে পৰিচাৰিকা হিচাপে থাকি তেওঁ ইভানভিচক পাইছে সৰু কালৰে পৰা। তেতিয়া সকলোৱে তেওঁক মাতিছিল মিতেন্‌কা বুলি।

—"সুপ্ৰভাত দুমিত্ৰি ইভানভিচ!"

- "নমস্কাৰ পেত্ৰোভনা! কিবা নতুন খবৰ আছে নেকি?"

- "প্রিন্সেছে এখন চিঠি দি পঠাইছে এজনী দাসীৰ হাতত"— চিঠিখন আগবঢ়াই দি তেওঁ ক'লে। চিঠিখন হাতত লৈয়েই প্রিন্সে এটা হাঁহি মাৰিলে। হাঁহি দেখি তিৰোতাগৰাকীৰ চকুৰ ভ্ৰ-কুঞ্চিত হ'ল।

খামৰ পৰা সুবাসিত চিঠিখন উলিয়াই নেখলিউদভে পঢ়িবলৈ ধৰিলে। ধূসৰ ৰঙৰ কাগজত লিখা চিঠিখন। লিখাৰ ধৰণ তিৰ্য্যক, যথেষ্ট ফাঁক ৰাখি ৰাখি লিখা আখৰৰ। যোৱা দুমাহ ধৰি প্রিন্সেছ কৰচাগিনাই তাক মায়াজালত বন্দী কৰি ৰাখিছে। কিন্তু কথা হ'ল— যৌৱন পাৰ হৈ যোৱা অথচ প্ৰেমত কাহানিও হাবু ডুবু নোখোৱা সেইজন পুৰুষে সহজে বিয়াৰ জালত বন্দী হোৱা মানুহ নহয়। অৱশ্যে দহ বছৰৰ আগতে কাত্তিউছাক ফুচুলাই তাইৰ শ্লীলতা নষ্ট কৰি গুচি অহা কাৰণটোৱেও তাক কাবু কৰা নাই। সেই ঘটনাটো অৱশ্যে সি পাহৰি গৈছে। এজনী বিবাহিতা তিৰোতাৰ লগতো তাৰ চলিছিল পৰকীয়া প্ৰেমৰ খেল। তাৰ ধাৰণা যে সেই খেলো শেষ হৈ গৈছে; কিন্তু পিছৰ গৰাকীও আকৌ সহজে এৰি দিয়া ভকতনী নহয়।

চিঠিখন আহিছিল প্রিন্সেছ কৰ্‌চাগিনৰ পৰা। প্রেমাসক্তা এজনীয়ে কৰিব পৰা দাবীৰে তেওঁ প্রিন্সক নিমন্ত্রণ জনাইছিল। চিঠিত লিখিছিল—দিনৰ বাৰ্তিৰ আহাৰ তেওঁলোকৰ ঘৰতে কৰিব লাগে।

মহিলা গৰাকী আছিল অভিজাত সভাৰ এজন অধিকাৰিকৰ বৈণীয়েক। হৃদয়ৰ এক অন্তৰংগতাৰ সৃষ্টি কৰি নেখলিউদভক তেওঁ বশ কৰি পেলাইছে।

লোভত পৰি নেখলিউদভে এবাৰ এখোজ আগবাঢ়িব খুজিছিল। তাৰ পিছত নেখলিউদভে যেন ভাবিলে। সি যেন অপৰাধী। কিন্তু সিঃ পক্ষৰ পৰা হাত এৰা দিয়াৰ সাহসো তাৰ নাছিল। এনেহেন পৰিস্থিতিত বিয়াৰ প্ৰস্তাৱ দিবলৈ মন কৰিলেও বৰ্তমান অৱস্থাত সেই প্ৰস্তাৱ দিয়াটো তাৰ পক্ষে আছিল সাধ্যাতীত।

মেজত থকা চিঠিবিলাকৰ মাজত আছিল আৰু এখন চিঠি। চিঠিখন আহিছিল মহিলাগৰাকীৰ গিৰীয়েকৰ পৰা। তেওঁ লিখিছিল যে মে' মাহৰ শেষত অভিজাত সভাৰ এখন বিশেষ অধিবেশন হব; আৰু সেই অধিবেশনত প্ৰতিক্ৰিয়াশীল দলৰ মানুহে বিৰোধীতা কৰাৰ সম্ভাৱনা আছে। গতিকে এজন সদস্য হিচাপে নেখলিউদভে প্ৰতিক্ৰিয়াশীল দলৰ বিৰুদ্ধে উঠা প্ৰস্তাৱ সমৰ্থন কৰিবৰ কাৰণে যেন যেনেতেনে উপস্থিত থাকে।

বৈণীয়েকৰে সৈতে কোনোবা মুহূৰ্তত কথা পাতোঁতে নেখলিউদভে এদিন ধৰা পৰি যাব পৰিছিল গিৰীয়েকজনৰ হাতত। সিদিনা তেওঁ পিষ্টল উলিয়াই লৈছিল আৰু বৈণীয়েকেও পুখুৰীত পৰি আত্মহত্যা কৰিবলৈ ওলাইছিল। তাৰ পিছত নেখলিউদভে মহিলাগৰাকীক স্পষ্টভাৱে জনাই দিছিল যে সেই অবৈধ প্ৰণয়ৰ লীলা-খেলাৰ অন্ত নেপেলালে নহব। সেই চিঠিৰ উত্তৰ তেওঁ পোৱা নাই। নেখলিউদভে এতিয়া শুনিছে যে সেই মহিলাগৰাকীয়ে সম্প্ৰতি এজন সামৰিক বিষয়াৰ প্ৰতি অনুৰক্তা হৈছে। এই কথাটোৱে তাক অৱশ্যে ঈৰ্ষান্বিতও কৰিছিল অৱশ্যে এনেহেন আচৰণৰ কথাই তাক সাৱধানো কৰি দিলে। সি যেন কিবা মুক্তি পাই গ'ল।

ইয়াৰ পিছৰ চিঠিখন আহিছিল তাৰ জমিদাৰীৰ তদাৰক কৰা চিৰস্তাদাৰজনৰ পৰা। তাত লিখিছে যে নেখলিউদভে জমিদাৰী মহললৈ নিজে এবাৰ যাব লাগে আৰু প্ৰজাবিলাকৰ পৰা পাব লগা

ফচলৰ পৰিমাণ বৃদ্ধি কৰাৰ লাগে। আৰু লিখিছে যে খেতিয়কসকলৰ আগৰ নিচিনা হৈ থকা নাই, এতিয়া প্ৰজাসকলৰ ওপৰত বিশ্বাস কৰা টান হৈ পৰিছে, আদালতত মোকৰ্দমা তৰি ফচল আদায় কৰিব লাগে।

চিৰস্থাদাৰৰ চিঠি পঢ়ি নেখলিউদভে ভাল পালে। অৱশ্যে সি অলপ বেজাৰো পালে। প্ৰথম যৌৱনত সি আছিল জমিদাৰী-প্ৰথাৰ বিৰোধী। সেইকাৰণে পিতাকৰ মৃত্যুৰ পিছতে তাৰ ভাগত পৰা মাটি-বাৰী সি কৃষকসকলক বিলাই দিছিল। তাৰ পিছত মাক মৰিল। মাকৰ ভাগৰ মাটিবাৰী পাই উঠি সি দেখিলে যে জমিদাৰী অবিহনে তাৰ জীৱিকা নচলিব। ইফালে তাৰ বিলাসী জীৱনৰ কিছুমান অভ্যাসো ইতিমধ্যে গঢ়ি উঠিছে। এতিয়া বিলাসিতা তাৰ জীৱনৰ প্ৰধান অংগ হৈ পৰিছে। আৰু সি জমিদাৰী এৰিবই বা কিয়?

## ॥ চাৰি ॥

কফি একাপ খাই নেখলিউদভ পঢ়া কোঠালিলৈ গ'ল। আদালতত জুৰি কেতিয়া বহিব, সেই তাৰিখটো জানিবৰ বাবে চিঠিখন এবাৰ চাই লব লাগে। সিও জুৰিৰ এজন সদস্য, ইয়াৰ উপৰিও অন্যান্য চিঠিবোৰৰ উত্তৰ লিখা কামো আছে।

নেখলিউদভ আছিল এজন ভাল চিত্ৰশিল্পীও। এদিন সি সৈন্য বাহিনী এৰি আহিছিল এই ভাবি যে কলা-বিদ্যাৰ আগত জগতৰ অন্য সকলো বিদ্যা অতি তুচ্ছ। এতিয়া তাৰ সেই ভাবৰ পৰিৱৰ্তন হৈছে। এতিয়া নিজৰ চিত্ৰ-শালাৰ সামগ্ৰীবোৰ দেখিলেই যেন তাৰ সমস্ত শৰীৰত বিষ উঠে।

'জৰুৰী' বুলি চিন দিয়া কাগজখন উলিয়ালে। দেখিলে যে সি এঘাৰ বজাত আদালতত উপস্থিত হব লাগে।

বহি বহিয়েই কলিং বেলটো টিপি দিলে। এজন লিগিৰা সোমাই আহিল ; ক'লে, —

"ফিটন গাড়ী এখন আনিবলৈ ক'।"

"ভাল হুজুৰ।"

আৰু শুন, কৰ-চাগিনৰ ঘৰৰ পৰা অহা দাসীজনীক কৈ দে যে নিমন্ত্ৰণী চিঠি পাই মই আনন্দ পাইছোঁ। মই যাবলৈ চেষ্টা কৰিম।"

"ভাল দেউতা।"

ফিটন গাড়ীখন আহি দুৱাৰ মুখত ৰ'ল। গাড়ী আৰু গাৰোৱানজন তাৰ পৰিচিত। গাৰোৱানজনে ক'লে, "আপুনি কালি প্ৰিন্স কৰচাগিনৰ ঘৰৰ পৰা ওলাই গল, মই আকৌ আপোনাক আনিবলৈ গাড়ীখন লৈ হাজিৰ হৈছিলোঁ।"

নেখলিউদভে বুজিলে যে কৰচাগিনৰ ঘৰৰ লগত তাৰ হুলিগলি হোৱা কথা গাড়ীৰ গাৰোৱানলৈকে সকলোৱে গম পায়। শ্ৰীমতী কৰচাগিনক বিয়া কৰালে কেনে হব সি ভাবিলে : বিয়া কৰালে প্ৰথমতঃ ব্যভিচাৰৰ অৱসান ঘটিব, গাৰ্হস্থ্য-জীৱনৰো তৃপ্তি পোৱা যাব আৰু নৈতিক দিশত অন্ততঃ সৎজীৱন যাপন কৰা সম্ভৱ হব ; দ্বিতীয়তে এই নিঃসঙ্গ জীৱন বৰ উকা ; দাম্পত্য জীৱনে সতি-সন্ততিৰে মানৱ জীৱনক অৰ্থবহ কৰি তুলিব পাৰে। কিন্তু আনহাতে প্ৰথম যৌৱন চেৰাই যোৱা অবিৱাহিত পুৰুষৰ দৰে নেখলিউদভৰ আশঙ্কা যে বিয়া কৰালে সি আৰু স্বাধীনভাৱে চলাফিৰা কৰিব নোৱাৰিব। তাৰ উপৰিও আছে অৱচেতন মনত ৰহস্যময়ী নাৰী সম্পৰ্কে এটা অনিৰ্দিষ্ট ভয় – নাৰী হৈছে মায়াবিনী কুহকিনী!

ৰাজকুমাৰী কৰচাগিনৰ আচল নাম হল মেৰিয়া, তাইক অভিজাত সমাজৰ নিয়মানুসৰি 'মিছি' বুলি মাতে। এইজনী মিছিৰ লগৰ বিয়াৰ সমস্যাটোৱেই হৈছে তাৰ কাৰণে এতিয়া ডাঙৰ। মিছিয়ে নেখলিউদভক বুজি পাইছে। মিছিৰ এই প্ৰত্যয়ৰ পৰা নেখলিউদভে বুজি পাইছে যে মিছি বুদ্ধিমতী, মিছি নিৰ্ভুল। কিন্তু এনেওতো হব পাৰে যে নেখলিউদভ তাইৰ প্ৰথম প্ৰেমৰ পাত্ৰ নহয়।

নেখলিউদভে কথাটোৰ সপক্ষে আৰু বিপক্ষে পুনৰবাৰ ভাবি চালে। তাৰ পিছত ভাবিলে—"মই যেন হিতোপদেশৰ সাধুৰ সেই গাধটোহে; কোনটো গাতত মুখ দিওঁ মই যেন ঠিক বুজিব পৰা নাই।"

ৰবৰৰ টায়াৰ লগোৱা কীটন গাড়ীখন আদালত ভৱনৰ কাষ পাওঁতেই নেখলিউদভে নিজে নিজেই কৈ উঠিল, "সেইবোৰ কথা পিছতো ভাবিম। এতিয়া আদালতলৈ আহিছো এজন বিবেকসম্পন্ন নাগৰিকৰ দৰে। আজিৰ আদালতত জুৰি হিচাপে সামাজিক কৰ্তব্য পালন কৰিব লাগিব। মাজে সময়ে অকো আদালতৰ একোটা গোচৰ বৰ চিত্তাকৰ্ষকো হৈ উঠে।"

দুৱাৰমুখত থকা পহৰাদাৰজনক পাৰ হৈ সি উঠিলগৈ আদালতৰ বাৰান্দাত।

## ॥ পাঁচ ॥

আদালতৰ এজন জুৰি বুলি পৰিচয় দিয়াত পিয়ন এজনে নেখলিউদভক ফৌজদাৰী আদালতলৈ সসন্মানে আগবঢ়াই লৈ গ'ল। তাত অন্যান্য জুৰিসকলৰ লগত বহি চিনা-পৰিচয় হল। জুৰিসকলৰ ভিতৰত আছে সদাগৰ—সেনাবাহিনীৰ অৱসৰপ্ৰাপ্ত কৰ্ণেল আৰু বহুজন। নাগৰিকৰ দায়িত্ব এটা পালন কৰিবলৈ অহা এই লোকসকলৰ প্ৰতিজনৰে মুখত একোটা তৃপ্তিৰ ভাব। তেওঁলোকে নিজৰ নিজৰ কামকাজবোৰ এৰি থৈ আহিছে। নেখলিউদভৰ সাজ-পোছাক দেখি সকলোৱে তাৰ লগত পৰিচিত হবলৈ বৰ আগ্ৰহান্বিত হৈ আছে। এনেহেন এজন অভিজাতৰ লগত পৰিচয় হোৱাটো তেওঁলোকৰ কাৰণে যেন এক গৌৰৱৰ কথাহে। নেখলিউদভেও এই পৰিস্থিতিটো মানি ল'লে : আগতে নজনা নুশুনা এই মানুহবোৰৰ পৰা বিশেষকৈ এনে সন্মান তাৰ প্ৰাপ্য। সি ভাবে যে অন্য পাঁচজনৰ তুলনাত সি যেন এক উচ্চস্তৰৰ জীৱ।

জুৰিসকলৰ মাজতে নেখলিউদভে দেখিলে তাৰ এজন চিনাকি মানুহ—নাম ফিওদৰ। এসময়ত তেওঁ নেখলিউদভৰ ভাগিনেকহঁতৰ ঘৰুৱা শিক্ষক আছিল। এতিয়া এখন ডাঙৰ চৰকাৰী স্কুলৰ শিক্ষক।

নেখলিউদভক দেখিয়েই তেওঁ ক'লে, "অ, তুমিও। হ'ব—হ'ব। জুৰিৰ আসনত বহি পেটৰ ভোকে যেতিয়া খাই মাৰিব তেতিয়াহে ইয়াৰ সোৱাদ বুজিবা। নাইবা চকুৰ পানীৰে যেতিয়া চল বাগৰিব তেতিয়াহে গম পাই যাবা।"

মানুহজনৰ কথা শুনি তাৰ খং উঠিছিল, কিবা এক আতংকত যেন সি বিমূঢ় হ'ল। তাৰ মুখখন দেখিলে এনেকুৱা লগা হ'ল যেন এইমাত্ৰ সি সকলোবোৰ আত্মীয়-স্বজনৰ মৃত্যুৰ বতৰাহে পাইছে।

নেখলিউদভেই আদালত পাইছিলহি সবাতো পিছত; বাকীবোৰ আগতে আহিল। আদালত তেতিয়াও বহা নাই। আৰু কোনোবা এজন জুৰি আহি পোৱা নাই বাবেই সকলোৱে সিজনলৈ অপেক্ষা কৰি আছে।

## ॥ ছয় ॥

ফৌজদাৰী আদালতৰ বিচাৰপতিজন কিন্তু সোনকালেই আহিছিল। কিয়নো বিচাৰখন শেষ কৰি তেওঁ সোনকালেই যাব লাগে। সোনকালে যাব লগাৰ কাৰণ এইটোৱে যে তেখেতৰ প্ৰণয়িনী এজনীয়ে তেখেতৰ কাৰণে এখন হোটেলত অপেক্ষা কৰি থাকিব। আৰু দুজন বিচাৰপতি আছিল। আদালতলৈ অহাৰ আগতে তাৰে এজনে ঘৰতে জানিছিল যে বাকীজন বিচাৰপতি সিদিনা অনুপস্থিত থাকিব।

'আকৌ এইবাৰো? এনেয়ে তেওঁচোন আদালতলৈ সদায় পলম কৈয়ে আহে।" বিচাৰপতিজনে ভোৰভোৰালে।

চেক্ৰেটাৰীজনে কিছুমান কাগজ-পত্ৰ আনি বিচাৰপতিৰ সন্মুখত দাঙি ধৰিলে। এটা চিগাৰেট জ্বলাই লৈ তেওঁ গোচৰৰ কাগজবোৰত চকু ফুৰালে।

চেক্রেটৰীয়ে ক'লে "এই বিহ খুৱাই মৰা গোচৰটো আজি ল'লে ভাল হয়।"

ইতিমধ্যে আদালতত আনজন বিচাৰপতিও উপস্থিত হৈছিল।

কোঠালীত উপস্থিত থকা জুৰিসকলৰ প্ৰতিজনলৈ এবাৰ চাই পঠিয়ালে। তাৰপিছত পেচকাৰজনে তালিকাৰ পৰা প্ৰতিজনৰ নাম মাতি মাতি উপস্থিতি ল'লে। তালিকাত নেখলিউদভৰ নামটো মাতি-য়েই পেচকাৰজন অলপ ৰৈ গ'ল আৰু অভিবাদন জনালে। অন্য পাঁচ-জনতকৈ নেখলিউদভৰ স্থান যেন সুকীয়া। দেখা গল যে নিমন্ত্ৰণী-পত্ৰ পঠোৱা সকলোবোৰ জুৰিৰ ভিতৰত দুজন অহা নাই।

পেচকাৰজনে জুৰিসকলৰ আটাইকিজনকে আদালত-কক্ষলৈ মাতি লৈ গ'ল। তেওঁলোক গৈ নিজৰ নিজৰ বাবে নিৰ্দিষ্ট কৰি থোৱা আসনত বহিলগৈ। আদালত-কক্ষটো বেছ আহল-বহল। এটা মূৰত বেদীখন। বেদীৰ ওপৰত বিধে বিধে বনকৰা চকী মেজ। সন্মুখত বুকুৰ সমান ওখ এখন হেলনীয়া মেজ। সেইখন মেজৰ কাষতে চৰকাৰী পক্ষৰ উকীল অৰ্থাৎ 'পাবলিক প্ৰচিকিউটৰ'ৰ মেজখন। ইফালে ও'ক কাঠৰ ৰেলিং দি ঘেৰা বেষ্টনীৰ ঠিক পিছতেই আছামীৰ কাঠগড়াটো; পিছফালে দৰ্শকৰ গেলাৰী। গেলাৰীৰ সন্মুখভাগৰ আসনবোৰত দেখা গৈছে তিৰোতাসকলক। বোধকৰো সেইবোৰ ঘৰত কাম কৰা চাকৰণী বা কাৰখানাত কাম কৰা তিৰোতা। দুজন মজদুৰ শ্ৰেণীৰ মানুহো তাত বহি আছে।

পেচকাৰে 'আদালত হাজিৰ' বুলি কোৱাৰ লগে লগে সকলো-বোৰ থিয় হ'ল। তাৰ পিছত প্ৰথমতে প্ৰধান বিচাৰপতি আৰু পাছে পাছে আনজন বিচাৰপতিয়ে এজন এজনকৈ প্ৰৱেশ কৰিলে; একেবাৰে শেষত সুকীয়াকৈ প্ৰৱেশ কৰিলে তৃতীয়জন বিচাৰপতি। আহিয়েই তেখেতসকলে নিজৰ নিজৰ আসনত বহিল। জাক-জমকীয়া সাজ আৰু পৰিৱেশৰ কাৰণে তিনিওজন বিচাৰপতি আজি যেন অভিভূত।

বিচাৰপতি কেইজনৰ পিছতে প্ৰৱেশ কৰিলে চৰকাৰী পক্ষৰ উকীল। তেখেতে তেখেতৰ পোৰ্টফলীয়' বেগটো খুলিয়েই মোকৰ্দমাৰ

নথি-পত্ৰ মনোযোগেৰে পঢ়া আৰম্ভ কৰিলে। বিষ প্ৰয়োগ সম্পৰ্কীয় গোচৰটোৰ বিষয়ে তেখেতে মোটামুটিকৈ কিছু জানিছিল ; চৰকাৰৰ সপক্ষে আদালতৰ ৰায় আদায় কৰিবলৈ কেনেদৰে তেখেতে বক্তব্য বিন্যাস কৰিব লাগিব সেই কথা ভাবিও আছিছিল।

কাগজ-পাতি চাই উঠি প্ৰধান বিচাৰপতিয়ে আছামীক হাজিৰ কৰাবলৈ নিৰ্দেশ দিলে।

ৰেলিঙেৰে ঘেৰি ৰখা কাঠগড়াৰ পিছফালৰ দুৱাৰখন লগে লগেই খোলা গ'ল। দুজন চন্তৰীয়ে তেওঁলোকৰ পাছে পাছে লৈ অহা তিনি জন আছামীক হাজিৰ কৰালে। তাৰে দুগৰাকী মহিলা আৰু আন জন পুৰুষ। পুৰুষ আছামীজনে আদালতত প্ৰৱেশ কৰি কাৰো পিনে নোচোৱাকৈয়ে আছামীৰ কাৰণে ৰখা বেঞ্চখনলৈ চালে। মহিলা দুগৰাকীৰ এগৰাকী বয়স্কা। তাইও গৈ আছামী বহা বেঞ্চখনতে বহিল।

তৃতীয় গৰাকী আছামী আছিল মাছলভা। প্ৰৱেশ কৰাৰ লগে লগেই আদালত-কক্ষৰ সকলোৰে চকু নিৱদ্ধ হল তাইৰ ওপৰত : বৰফৰ দৰে বগা তাইৰ মুখ, উজ্জ্বল ক'লা তাইৰ চকু, পীনোন্নত বুকু। তাই বেঞ্চখনৰ সিমুৱাকৈ বহিল আৰু চকুৰ সন্মুখৰ খিৰিকীখনৰ ফালে চাই থাকিল।

প্ৰধান বিচাৰপতিয়ে চেক্ৰেটৰীৰ ফালে চালে, চেক্ৰেটৰীয়েও নিমন্ত্ৰিত অথচ অনুপস্থিত থকা জুৰিৰ বদলি আগতে বাচি ৰখা সকলৰ নাম ঘোষণা কৰিলে।

জুৰিসকলক যীশুখৃষ্টৰ নামত শপথ বাক্য পাঠ কৰালে যাজক পুৰোহিতে : সৰ্বশক্তিমান পৰমেশ্বৰ আৰু তেওঁৰ পৱিত্ৰ ধৰ্মগ্ৰন্থ আৰু প্ৰভু যীশুখৃষ্টৰ প্ৰাণদায়ী এই ক্ৰুশচিহ্নৰ নামত শপথ খাই মই এই প্ৰতি-শ্ৰুতি দিছো যে এই কৰ্তব্য পালন কৰোঁতে .... ....। ইয়াৰ পিছত প্ৰধান বিচাৰপতিৰ নিৰ্দেশক্ৰমে জুৰিসকলে এজনক প্ৰধান জুৰি হিচাপে নিৰ্বাচন কৰি দিলে।

সকলোবোৰ কাম চলি আছে অতি সুশৃঙ্খলভাবে। তাৰ পিছত প্ৰধান বিচাৰপতিয়ে জুৰিসকলৰ কৰ্তব্যৰ কথা সোঁৱৰাই দিলে আৰু

লগতে ক'লে তেওঁলোকৰ অধিকাৰৰ কথা : ইচ্ছা কৰিলে তেওঁলোকে প্ৰধান বিচাৰপতিৰ জৰিয়তে আছামীক জেৰা কৰিব পাৰে, ইচ্ছামতে কাগজ পেঞ্চিল ব্যৱহাৰ কৰিব পাৰে, সাক্ষ্য হিচাপে উপস্থাপন কৰিব লগা বস্তুবোৰ পৰীক্ষা কৰি চাব পাৰে। তেওঁলোকে কথাবোৰ নিজৰ ভিতৰতে আলোচনাও কৰিব পাৰে ; অৱশ্যে কোনো কথা বাহিৰত প্ৰকাশ কৰিব নোৱাৰে আৰু মোকদ্দমা বিষয়ক কোনো ধৰণৰ যোগা-যোগ বাহিৰা মানুহৰ লগত কৰিব নোৱাৰে ; অন্যথাই আইনমতে দণ্ডনীয় হব।

## ॥ সাত ॥

আছামীৰ কাঠগড়াত উঠিল ছিমন কাৰ্তিনকিন। বিচাৰপতিৰ প্ৰশ্নৰ উত্তৰ দি তাৰ নাম ক'লে, আৰু ক'লে যে সি কৃষক শ্ৰেণীৰ মানুহ। ঘৰৰ ঠিকনাৰ কথা কৈ বয়স তেত্ৰিশ বছৰ বুলিও ক'লে। ধৰ্মৰ কথা সোধাত ক'লে যে সি ৰাচিয়ান অথোডক্স, বিয়াবাৰু কৰোৱা নাই, হোটেলত চাকৰৰ কাম কৰে। আৰু ক'লে যে ইয়াৰ আগতে আছামীৰ কাঠগড়াত উঠিব লগা হোৱা নাই।

বিচাৰপতিয়ে তাৰ বিৰুদ্ধে থকা অভিযোগৰ বিষয়ে কিবা জানে নেকি বুলি সোধাত সি জানে বুলিও উত্তৰ দিলে।

ইয়াৰ পিছত কাঠগড়াত থিয় হ'ল দ্বিতীয়জন আছামী বচকোভা। বয়স তিয়াল্লিশ, এখন সৰু চহৰত আছিল, সি হোটেলত কাম কৰা মানুহ, ইয়াৰ আগতে আছামীৰ কাঠগড়াত উঠা নাই।

এইবাৰ তৃতীয় আছামী হিচাপে কাঠগড়াত উঠিল মাছলভা। বিচাৰপতিয়ে কোমল কণ্ঠেৰে সুধিলে, "কি নাম তোৰ ?"

"ল্যুবোভ।"

"ল্যুবোভ ? নহয় এই নাম নহয়, আচল নাম কি ? ধৰ্ম-দীক্ষা দিওঁতে কি নাম দিয়া হৈছিল ?"

"—আগতে মোক কেথেৰিনা বুলি মাতিছিল।"

"নহয়, এইটোও নহয়। পিতাৰৰ নাম কি?"

"মই জাৰজ সন্তান।"

"কিন্তু ধৰ্ম-পিতৃৰটো নাম আছে? সেইটো নাম কি?"

"মিখাইলভনা আইৰ পৰিচয়তে মোৰ উপাধি লিখা আছে 'মাছলভা' বুলি।"

"কোন শ্ৰেণীভুক্ত? ধৰ্ম কি?"

"নিম্ন মধ্যবিত্ত শ্ৰেণীৰ, ধৰ্ম অৰ্থোডক্স।"

পেশা সম্পৰ্কে প্ৰশ্ন কৰাত মাছলভা নিকত্তৰ হ'ল।

"কি কাম কৰিছিলি?"

"এখন আলয়ত।"

বিচাৰপতিয়ে বুজি পালে যে তাই গণিকালয়ৰ কথাকে বুজাইছে। তেওঁৰ বাকী প্ৰশ্নৰ উত্তৰত তাই ক'লে যে আগতে তাই আছামীৰ কাঠ-গড়াত উঠা নাই: অৱশ্যে তাইৰ বিৰুদ্ধে থকা অভিযোগৰ কথা তাই জানিছে।

## ॥ আঠ ॥

অভিযোগনামা আছিল এনে ধৰণৰ: ১৮৮.... চনৰ ১৭ জানুৱাৰী তাৰিখে চাইবেৰিয়াৰ কুৰগান চহৰৰ স্মেলকোভ নামৰ সদাগৰজনৰ 'মোৰিতানিয়াৰ' নামৰ হোটেলখনত মৃত্যু হয়। স্থানীয় পুলিচ বিভাগৰ ডাক্তৰজনে তেওঁৰ প্ৰমাণ-পত্ৰত অত্যাধিক মদ খোৱাৰ কাৰণে হৃদযন্ত্ৰ ফাটি মৃত্যু ঘটিছে বুলি লিখিছে। উক্ত স্মেলকোভক কবৰ দিয়া হয়।

ঘটনাৰ কিছুদিন পিছতে স্মেলকোভৰ সদাগৰ বন্ধু এজনে এই মৃত্যুত সন্দেহ প্ৰকাশ কৰি পুলিচক জনায় যে স্মেলকোভৰ টকা পইচা অপহৰণ কৰিবৰ কাৰণেই তেওঁক বিহ খুৱাই মাৰি পেলোৱা হৈছে।

প্ৰাথমিক তদন্ত অনুসৰি এই কথা প্ৰমাণ হ'ল যে মানুহজনৰ সন্দেহ অমূলক নহয়। তদন্তত জনা গ'ল:

(১) মৃত্যুৰ আগমুহূৰ্ত্তত শ্মেসকোভে বেঙ্কৰ পৰা ৩৮০ ৰুবল উলিয়াইছিল ; কিন্তু মৃতকৰ বস্তু-বাহানি তালাচী কৰি তাত মাথোন ৩১২ ৰুবল কোপেকহে পোৱা গৈছিল ;

(২) মৃত্যুৰ ঠিক আগমুহূৰ্ত্তত ; তেওঁ গোটেই দিন আৰু গোটেই ৰাতিটো কটাইছিল গণিকা ল্যুবকাৰ (মাছলভা) লগত। তাৰ পিছত তেওঁ হোটেললৈ আহে আৰু মাছলভাকো লগত লৈ আহে। টকা দিবলৈ তেওঁ তাইক লগত লৈ আহিছিল। তেওঁ আলমাৰী খুলিবলৈ মাছলভাক চাবিপাত দিছিল। হোটেলৰ কৰ্মী বচকোভা আৰু চিমন কাৰ্তিনকিনৰ উপস্থিতিত মাছলভাই হোটেলৰ কোঠালীটো খোলে আৰু বন্ধও কৰে। বচ্‌কোভা আৰু কাৰ্তিনকিনৰ সাক্ষ্যমতে সিহঁতে কোঠালীত একশ ৰুবল মূল্যৰ নোট বহুত দেখিছিল ;

(৩) গণিকালয়ৰ পৰা ল্যুবকা নামৰ গণিকাজনীক শ্মেলকোভে নিজে লগত নিছিল। কাৰ্তিনকিনৰ পৰামৰ্শমতেই সি দিয়া গুড়ি ঔষধ অলপ এগিলাচ ব্ৰাণ্ডিৰ লগত মিহলাই শ্মেলকোভক খাবলৈ দিছিল ;

(৪) পিছদিনা ৰাতিপুৱা ল্যুবকাই (মাছলভা) তাইৰ গণিকালয়ৰ মালিকনীৰ ওচৰত এটা হীৰাৰ আঙঠি বিক্ৰী কৰি কয় যে সেই আঙঠিটো তাইৰ মক্কেল শ্মেলকোভে তাইক উপহাৰ দিছে ;

(৫) হোটেলৰ কোঠালীত কাম কৰা দাসী বচ্‌কোভাই শ্মেলকোভৰ মৃত্যুৰ পিছদিনা ১৮০০ ৰুবল ধন এটা স্থানীয় বেঙ্কত জমা থয়।

আছামী তিনিওজনক প্ৰশ্ন কৰাত তেওঁলোকৰ প্ৰতিজনেই নিৰ্দোষ বুলি কয়। মাছলভাই ক'লে যে সদাগৰজনে থাই থকা গণিকালয়লৈ আহিছিল, তাৰ পিছত এপাত চাবি দি তাইক সদাগৰজনে হোটেললৈ পঠাই দিছিল, তেওঁৰ কাৰণে কিছু টকা আনিবলৈ। সেই চাবিৰে তাই আলমাৰী খুলি টকাৰ নোট বিলাকৰ পৰা চল্লিশ ৰুবল নিছিল— এই কথা বচকোভা আৰু কাৰ্তিনকিনেও দেখিছে। মাছলভাই আকৌ ক'লে যে পিছৰবাৰ সদাগৰজনে তেওঁৰ লগত হোটেললৈ লৈ আহে। সেইবাৰ আহোঁতে ব্ৰাণ্ডিৰ লগত দৰবটো খুৱাবলৈ কাৰ্তিনকিনে তাইক প্ৰৰোচনা দিছিল।

মাছলভা[illegible] লগত কটাই অতি ক্লান্ত আৰু শ্ৰান্ত হৈ পাৰে। তাইক [illegible]; তাক গুচাই থব পাৰিলেহে তাই এবা দিব পাৰে; গতি[illegible]া দৰৱ বুলি সেই ঔষধ খুৱাবলৈ দিছিল। আৰু সেই হীৰাৰ আ[illegible]টো, সদাগৰজনৰ দৈহিক অত্যাচাৰত বৰ নোৱাৰি তাই যেতিয়া এবাৰ মুৰ্চ্ছিত আহিব খুজিলে তেতিয়া তেওঁ শাইক সেইটো দি ক'লে যে দহোকুৰি তাই যেন তেওঁক এবা নিদিয়ে।

জেৰাৰ উত্তৰত আছামী বচকোভাই ক'লে যে টকা-পইচাৰ কথা তাই একো নাজানে স্মেলকোভৰ কোঠালী তাই ভৰিও দিয়া নাছিল। বেঙ্কত জমা থোৱা টকাৰ বিষয়ে সোধাত তাই ক'লে যে ছিমন আৰু তাইৰ বিয়া হ'ব; গতিকে উপাৰ্জনৰ ধনখিনি বেঙ্কত জমা থৈছে।

জেৰাৰ পিছত আছামী ছিমনে প্ৰথমতে ক'লে যে সি আৰু বচকোভাই টকাখিনি চুৰি কৰা কথা চঁদা আৰু সেই টকা সমানে ভাগ কৰি এটা ভাগ মাছলভাকো দিছিল। তাৰ পিছত অৱশ্যে সি তাৰ কথাখিনি ঘূৰাই ক'লে যে টকা-পইচাৰ কথা সি একো নাজানে আৰু বেঙ্কত যি টকা জমা থৈছে সেয়া তাৰ নিজৰ উপাৰ্জনৰ টকা।

জুৰিৰ সদস্য আৰু বিচাৰপতিসকলে গোটেই গোচৰটোৰ সুবিচাৰ কৰি এটা নিষ্পত্তি কৰিব পাৰিব বুলি আশা কৰিছে। মাথোন মনৰ ব্যতিক্ৰম ঘটিছে নেখলিউদভৰ। আনসকলৰ নিচিনাকৈ সি স্বস্তিৰ কোনো কাৰণ বিচাৰি নাপালে। বৰঞ্চ গভীৰ আতংকত ম্ৰিয়মান হৈ ভাবিবলৈ ধৰিলে: দহ বছৰৰ আগতে সেই সহজ-সৰল সুন্দৰী তৰুণী-ৰূপে পোৱা এইজনী মাছলভাই এনেহেন পাপকৰ্ম কৰিব পাৰিবনে?

॥ ন ॥

প্ৰধান বিচাৰপতিৰ প্ৰশ্নৰ উত্তৰত বাকী দুজন আছামীয়ে একে ধৰণৰ উত্তৰ দি ঘটনাটোৰ লগত কোনো সম্পৰ্ক নথকাৰ কথাহে কয়াই

দঢ়াই ক'লে। তৃতীয় আছামী মাছলভাই ক'লে যে, তাই অলপো মিছা কোৱা নাই।

বিচাৰপতিয়ে পুনৰবাৰ সুধিলে, "টকাখিনি আৰু আঙুঠিটো চুৰি কৰি তোমালোকে ভগাই লৈছিলা আৰু তাৰ পিছত মেলকোভৰ লগত হোটেললৈ উভতি গৈ মদৰ লগত বিহ মিহলাই খুৱাই মানুহজনৰ মৃত্যু ঘটালা হয়নে, স্বীকাৰ কৰানে?"

মাছলভাই ক'লে, "মই সেইবোৰ একো কৰা নাই বুলি আগতেও কৈছো, মই দোষ কৰা নাই,—নাই—নাই, টকাও নিয়া নাই আৰু আঙুঠিটোও তেওঁ মোক নিজে দিয়া। আৰু এইটোও কওঁ যে তেওঁৰ টকাৰ মাজৰ পৰা মই চল্লিশ ৰুবল নিয়াটোও সঁচা।"

"তেওঁক বিহ খুওৱা কথাটো স্বীকাৰ কৰিছানে?"

'হয় কৰিছো; কাৰণ সিহঁতে মোক গুড়ি ঔষধৰ পুৰিয়া এটা দি কৈছিল যে মদৰ লগত সেই দৰৱ খুৱাই দিলে তেওঁৰ টোপনি আহিব—খালে কোনো অপকাৰ নহয়। মই কেতিয়াও ভবা নাই, কেতিয়াও বিচৰা নাছিলো যে .... ঈশ্বৰক সাক্ষী কৰি কৈছো—মই কেতিয়াও বিচৰা নাছিলো।"

"আচ্ছা, ঘটনাটো ঘটিল কেনেকৈ?"

"কেনেকৈ ঘটিল! মই হোটেল পোৱাৰ লগে লগে মানুহজনে মোক কোঠালীত সুমুৱাই দিলে। তেওঁ তেতিয়া মদৰ নিচাত একেবাৰে বিভোৰ। মই ওলাই যাব খুজিছিলোঁ, তেওঁ মোক বাধা দিলে।"

"তাৰ পিছত?"

"তাৰ পিছত আৰু কি? কিছুপৰ তেওঁৰ লগত থাকি মই ঘৰলৈ উভতিলোঁ।"

"আচ্ছা, তাৰ পিছত"—প্ৰধান বিচাৰপতিয়ে সুধিলে।

"মালিকনীৰ হাতত টকাখিনি দি মই শুবলৈ গলো। ক্লান্তিত মোৰ টোপনি আহোঁ আহোঁ। এনেতে বাৰ্থা নামৰ ছোৱালী এজনী আহি মোক ক'লে, "উঠ উঠ, তোৰ মক্কেলজন ইয়ালৈকে আহিছে।"

যাবলৈ মোৰ অকনো ইচ্ছা নাছিল ; কিন্তু মোৰ মালিকনীয়ে যাবলৈ আদেশ কৰিলে। তাৰ পিছত মানুহজনে মালিকনীক মদৰ বটল এটা বাকীকৈ খুজিলে। তেওঁৰ জেপৰ পইচা ইতিমধ্যে শেষ হৈছিল। মালিকনীয়ে বাকীকৈ দিবলৈ অমান্তি হোৱাত তেওঁ থকা হোটেলৰ কোঠালীত পইচা ক'ত আছে সেই কথা মোক ক'লে আৰু কোঠালীৰ চাবিপাত উলিয়াই দি তাৰ পৰা চল্লিশ ৰুবল আনিবলৈ পঠিয়ালে। সেইমতে ময়ো গলো।'

"তাৰ পিছত ?"

"হোটেলৰ কোঠালীত মই অকলে নোসোমালো ; লগত মাতি নিলো ছিমন কাৰ্তিনকিন আৰু বচকোভাক।"

বচকোভাই লগে লগে মাত দি উঠিল, "মিছা কথা। আমি সেই কোঠালীত সোমোৱাই নাই।'

তাই কৈ গ'ল, তেওঁলোকৰ উপস্থিতিতে মোটৰ বাণ্ডিলৰ পৰা দহ ৰুবলৰ চাৰিখন নোট তুলি লৈছিলো।"

বিচাৰপতিয়ে সুধিলে· "তাৰ পিছত তুমি টকাখিনি লৈ ঘুৰি আহিলা ?"

"হয়। ইয়াৰ পিছত তেওঁ মোক আকৌ হোটেললৈ মাতি লৈ গ'ল। তাৰ পিছত ....। তেওঁ মোক এৰি দিব খোজা নাছিল। মই ভাগৰত ক্লান্ত হৈছিলো আৰু মানুহজনক এৰাই আহিবৰ কাৰণে মই সুবিধা বিচাৰি আছিলো। মই যে অতি ক্লান্ত হৈ পৰিছো সেই কথা ছিমনক কলো। সি কৰিডৰত আছিল। ছিমনে ক'লে যে মানুহজনক লৈ সিহঁতো বিৰক্ত হৈ আছে ; গতিকে তেওঁক টোপনি অহা ঔষধ খুৱাই শুৱাই থোৱাৰ কথাহে ভাবিছে। এগিলাচ মদৰ লগত সি মোক পুৰিয়া এটা দিলে আৰু গুড়ি ঔষধখিনি মিহলাই খুৱাবলৈ দিলে। উপায়টো ভাল বুলি ময়ো খুৱাই দিলো।"

"আঙঠিটো কেতিয়া দিলে ?"

"কোঠালীৰ পৰা তেওঁক এৰা দি আহিবৰ যত্ন কৰা দেখি তেওঁ মোক তেওঁৰ লগত থাকিবলৈ জোৰ কৰিলে আৰু মৰম কৰি আঙুলিৰ

পৰা আঙুঠিটো খুলি মোৰ হাতত দিলে।"

কিছুসময়ৰ বাবে আদালত স্থগিত হ'ল।

## ॥ দহ ॥

নেখলিউদভে তাইক চিনি পাইছে হয়, সেইজনী তাহানিৰ কাতিউছাই হয়।

প্ৰথমে যেতিয়া সি কাতিউছাক দেখা পায় তেতিয়া সি আছিল বিশ্ববিদ্যালয়ৰ ছাত্ৰ। গ্ৰীষ্মবন্ধত সি পেহীয়েকৰ ঘৰলৈ গৈছিল। তাত থাকি সি কৃষকসকলৰ মাটিৰ ভোগদখল সম্পৰ্কে এখন গৱেষণামূলক কিতাপ লিখা কামটোও লৈ গৈছিল। পেহীয়েকহঁতৰ ঠাইখন চহৰৰ পৰা দূৰত লিখাপঢ়া কৰিবৰ বাবে তাত আছিল এক নিৰ্মল পৰিৱেশ। ল'ৰাটোৱে বুজি পাইছিল যে নিজৰ বা জগতৰ অন্যান্যবোৰৰ উৎকৰ্ষ সাধন কৰিবলৈ হলে সি অতি নিষ্ঠাৰে কৰ্তব্য পালন কৰিব লাগিব। তেতিয়াই সি পঢ়িছিল স্পেন্সাৰৰ ছোচিয়েল ষ্টেটিক্‌চ' নামৰ কিতাপখন। জমিদাৰী প্ৰথা সম্পৰ্কে লিখা বিষয় সন্নিৱিষ্ট এই কিতাপখনে তাৰ ওপৰত প্ৰভাৱ পেলাইছিল। সি বুজি পাইছিল যে বিবেকৰ দাবী পূৰণ কৰিবৰ বাবে নিজৰ স্বাৰ্থ বিসৰ্জন দিয়াটোৱেই হৈছে মহৎ আদৰ্শ আৰু সেই আদৰ্শ সিদ্ধিৰে বিমল আনন্দ লাভৰ কাৰণেই মানৱ হৃদয়ৰ কাকুতি। তেতিয়াই সি স্থিৰ কৰি লৈছিল যে উত্তৰাধিকাৰী সূত্ৰে লাভ কৰা পিতাকৰ মাটি-বাৰী কৃষকৰ মাজত বিলাই দিব। এই ভূমিস্বত্ব সম্পৰ্কীয় বিষয়টোৱেই আছিল সি ৰচনা কৰিব খোজা কিতাপৰ মূল কথা।

লিখাপঢ়াৰ মাজতে সময় উলিয়াই লৈ নেখলিউদভে যায় ফুৰিবলৈ, নদীত গা ধুবলৈ, নাও বাবলৈ ....। প্ৰথম মাহটো এইদৰেই চলি গ'ল নেখলিউদভৰ। পেহীয়েকৰ পালিতা কন্যা আৰু পৰিচাৰিকা হৰিণ-নয়না কাতিউছাক তেতিয়াও তাৰ চকুত পৰা নাই। তেতিয়া নেখলিউদভৰ মনটো আছিল নিষ্পাপ, নিৰ্মল।

[illegible] গ্ৰামবন্ধৰ ভিতৰতে এদিন যীশুখৃষ্টৰ বৰ্ষাবোহনৰ [illegible] উপলক্ষে [illegible]কে ওচৰেৰে কিছুমান মানুহক নিয়ন্ত্ৰণ কৰিছিল। তাৰে [illegible]-ছোৱালী যুৱক-যুৱতীও আছিল। আবেল চাহ-জলপান খাই [illegible] খেলিবলৈ ওলাই গৈছিল। লগত গৈছিল কাতি-উছা। খেল [illegible]—দৌৰাদৌৰি, লুকাভাকু। দৌৰাদৌৰি কৰি সিহঁত লুকাল। কাতিউছাই ইয়াক মাতিলে—"নেখলিউদভ ইয়াতে লুকোৱাহি।" সিও সেইমতে লুকালগৈ। তাৰ পিছত আকৌ সকলোৰে দৌৰাদৌৰি। দৌৰৰ বেগ আছিল সবাতোকৈ বেছি কাতিউছাৰ।

নলাৰ ওপৰত পৰি আছিল এডাল গছ। দৌৰাদৌৰি কৰোঁতে হঠাতে এবাৰ কাতিউছাই গছডালৰ ওপৰত পৰিলগৈ। নেখলিউদভে তুলি দিলে, দুখ পালে নেকি সুধিলে আৰু তাৰ পিছত দুয়ো হাঁহিলে। তাৰ পিছত তুলি দিওঁতে কাতিউছাৰ গালত লাগিল নেখলিউদভৰ মুখখন। তাই ল'ৰাজনক ঠেলা মাৰি দি দৌৰি পলাল।

নিষ্পাপ তৰুণ তৰুণীহাল। দুয়ো দুয়োজনৰ প্ৰতি হ'ল আকৃষ্ট। গঢ়ি উঠিল এক নিবিড় সম্পৰ্ক। সিহঁত আনন্দত উথলি হৈ থাকিল দুয়োৰে পৰস্পৰ দুখনি অন্তৰ্জগতত দুয়ো সোমাই থাকি।

নেখলিউদভে পঢ়ে আৰু কাতিউছাকো পঢ়িবলৈ দিয়ে দস্তভয়েস্কি আৰু তুৰ্গেনিভৰ কিতাপবোৰ। কাতিউছাৰ আটাইতকৈ ভাল লগা কিতাপখন হল তুৰ্গেনিভৰ 'নিৰালা কোনাটুক'।

নেখলিউদভে তেতিয়াই যদি বুজি পালেহেঁতেন, যে সি কাতি-উছাৰ প্ৰেমত পৰিছে আৰু কোনোবাই যদি সেই প্ৰেম উচিত হোৱা নাই বুলি ক'লেহেঁতেন, সি তেতিয়াই চিধা-চিধি কৈ দিলেহেঁতেন যে সি ভালপোৱা ছোৱালীজনীক বিয়া নকৰোৱাৰ কোনো যুক্তিসঙ্গত কাৰণ থাকিব নোৱাৰে।

নেখলিউদভৰ যাবৰ হ'ল। পেহীয়েক আৰু কাতিউছাৰ পৰা সি বিদায় ল লে। কাতিউছাক ক'লে, "মই যাওঁ কাতিউছা"।

তাই আৰু ৰব নোৱাৰিলে—দৌৰি গৈ কোঠালীত সোমাল; অন্ততঃ কোঠালীৰ নিৰিবিলিৰ মাজত শান্তিৰে কিছুসময় কান্দি থাকিব পাৰিব তাই।

## ॥ এইবাৰ ॥

তিনিটা বছৰৰ পিছত। নেখলিউদভ এইবাৰ ছুটী লৈ আহিছে সৈন্যবাহিনীৰ অফিচাৰ পদৰ কমিচন পাই। এইবাৰ সি পেহীয়েকৰ ঘৰত কেইদিনমান থকাকৈ আহিছিল। তেতিয়াৰ সেইজন যুৱক আৰু আজিৰ এইজন যুৱক সম্পূৰ্ণ বেলেগ মানুহ। তেতিয়া সি আছিল নিঃস্বাৰ্থ সৎ প্ৰকৃতিৰ, আৰু এতিয়াৰ সেই একেজন যুৱক ভ্ৰষ্টাচাৰী, অহংকাৰী, দুঃচৰিত্ৰবান, আমোদ মতলীয়া। সেই সময়ত মহিলাসকল আছিল তাৰ মানত ৰহস্যময়ী, ৰমণীয়; এতিয়া সংসাৰী তিৰোতা আৰু বন্ধু-বান্ধৱৰ পত্নীসকলৰ বাহিৰে সকলোবোৰ তাৰ মানত স্ত্ৰী। ইন্দ্ৰিয় চৰিতাৰ্থ কৰাৰ অভিজ্ঞতা তাৰ হৈছে। আগতে তাক টকা পইচাৰ প্ৰয়োজনো নহৈছিল। এতিয়া তাক ধন লাগে, ঐশ্বৰ্য্য লাগে। আগতে সি পিতাকৰ মাটিবাৰী কৃষকৰ মাজত বিলাই দিছিল, এতিয়া মাকৰ পৰা পোৱা জমিদাৰী সম্পত্তি তাক লাগে। তাৰ এনেহেন পৰিবৰ্ত্তন দেখি অন্য মানুহো আচৰিত হৈ পৰিছে। অকল সেয়েই নহয়, নিজৰ জ্ঞান-বিশ্বাস অনুসাৰে চলিবলৈ গৈ সি বহু সময়ত নিন্দিত আৰু উপহাসিত হৈছে। ব্ৰহ্মচৰ্য্য পালন কৰি স্বাস্থ্যৰ অৱনতি ঘটে বুলি সি তাৰ পৌৰুষৰ পৰিচয়ো দিছে—তাৰ এজন বন্ধুৰ কোনো এজনী ফৰাচী ৰক্ষিতাক নিজৰ কবলত পেলাই। পোন প্ৰথমতে সি আত্ম-বিশ্বাসক বিসৰ্জন দিবলৈ টান পাইছিল। কিন্তু পৰিবৰ্তনৰ কাৰণে তাক আৰু বেছি সময় নালাগিল। সুৰাপান, ধূমপান তাৰ লগৰী হ'ল আৰু বিবেকেৰে ভাল-বেয়া বিচাৰ কৰিবৰ জ্ঞান হেৰুৱাই সি নতুন গড্ডালিকা প্ৰবাহত গা ঢালি দি সি যেন এতিয়া সুখী হৈছে।

সৈন্যবাহিনীৰ জীৱনত সচৰাচৰ মানুহ অধঃপতিত হোৱা দেখা যায়। নিজে নিজৰ বিচাৰ বুদ্ধি খটাব নালাগে আৰু সামাজিক প্ৰয়োজনৰ কামবোৰো কৰিব নালাগে। মানুহৰ দায়িত্বকৈ তেওঁলোক

ৰাতি পুৱাল। কাতিউছা এতিয়াও ওলোৱা নাই।

লাহে লাহে গীৰ্জাৰ ভিতৰৰ পৰা যাজক আৰু অন্যান্যসকল ওলাল। বহুতে আহি নেখ্‌লিউডভক চুম্বন কৰিলে। মানুহবোৰৰ মাজৰ পৰা ওলাই কাতিউছাই বিচাৰিলে নেখ্‌লিউডভক। তাৰ পিছত তাক দেখা পাই তাইৰ মুখখন আনন্দতে উদ্ভাসিত হৈ উঠিল। সি তাইক এটা চুমা খাব খুজিছিল; কিন্তু পৰা নাই। কাষতে পোৱাহেঁতেন!

সকলোৱে চুম্বন বিনিময় কৰিছে। মুখেৰে কৈছে,—'খৃষ্ট উঠিছে।' আৰু কাতিউছাৰ চকুত ভাঁহি উঠিছে ভক্তি আৰু প্ৰণয়ৰ লগত এটা কুমাৰীসুলভ পবিত্ৰতা। নেখ্‌লিউডভৰ কাৰণে ইটাৰৰ নিশাটো আহিছিল এটা পৰম লগ্ন হৈ, সেই মুহূৰ্তত কাতিউছাক সি চকু আৰু মন দি যেনেদৰে চাইছিল তেনেদৰে আগতে আৰু কেতিয়াও দেখা নাই। চেহেৰাটো ভাঁহি উঠিছে চকুৰ আগত: সযত্নে বিন্যাস কৰা কিচ্‌কিচীয়া চুলি, কুঁচি দিয়া সেই বগা সাজযোৰে যেন কুমাৰী তনুৰ সকলো সৌষ্ঠৱ স্পষ্ট কৰি তুলিছে বুকুৰ দুটি স্তন্ত এতিয়াও উদ্ভিন্ন হোৱা নাই, দুখনি গাল লাজত বক্তিম উজ্জল ক'লা, চকুযুৰি চেনেহ আৰু মমতাৰে স্নিগ্ধ। সি যেন প্ৰেমৰ নিহিত অৰ্থখিনি সম্পূৰ্ণকৈ বুজি পাইছে।

সিদিনা সন্ধিয়া। আগনিশা টোপনি ক্ষতি কৰি জিনটো শুই আছে নেখলিউডভে। এবাৰ দুৱাৰত টোকৰ শুনি সি উঠি দুৱাৰখন খুলি দিলে। দেখিলে কাতিউছাই নিশাৰ আহাৰৰ কাৰণে মাতিবলৈ আহিছে।

কাতিউছাক দেখি নেখলিউডভে বহু সোলাবিলে। তাইক সাৱটি মাৰি ধৰিলে। এনে ব্যৱহাৰ দেখি কাতিউছা হঠাৎ বিব্ৰত হ'ল। "কি কৰিছা তুমি" বুলি কাতিউছাই কোনোমতে তাক এধা দি

গ'ল। যাবৰ সময়ত ক'লে, "তোমাৰ কাৰণে তেওঁলোক টেবিলত বহি আছে, খোৱা নাই। আহা সোনকালে।"

উত্তেজনাত সি কঁপি উঠিছিল। তাইৰ পাছে পাছে দৌৰি গৈ কঁকালতে খামোচ মাৰি ধৰি ডিঙিতে এটা চুমা খাই দিলে। তাই গ'ল আৰু সিও গৈ খোৱা টেবিলত বহিল। পেহীয়েকহঁত বৈ বৈ কথা পাতি পাতি খাই আছিল। কিন্তু সেইবোৰ কথাত নেখলিউদভৰ মন বহা নাই। সি সোনকালে কোঠালৈ উঠি আহিল আৰু কাতিউছাই কেতিয়া কাষৰ কোঠালীলৈ বিচনা পাৰিবলৈ আহে তালৈ অপেক্ষা কৰিলে।

এটা সময়ত তাই তাৰ কোঠাটোত ভৰি দিলে। সোমোৱাৰ লগে লগেই নেখলিউদভো সোমাই গ'ল পাছে পাছে।

তাই গাৰুত গিলিপ লগাই আছিল। সি গৈ তাইৰ ককালত খামোচ মাৰি ধৰিলে। হাতেৰে তাইৰ বাহু দুটাত ধৰি টানিবলৈ ধৰোঁতে তাই কৈ উঠিল, "এয়া তুমি কি কৰিছা?" উত্তেজনাত সি অধীৰ হৈ পৰিছে।

এনেতে সিটো কোঠালীৰ পৰা পেহীয়েকে চিঞৰিলে—"কাতিউছা, বিচনাৰ চাদৰখন বদলাই দে।" তাই দৌৰ মাৰি ওলাই গ'ল। নেখলিউদভে তাৰ কোঠাৰ ভিতৰত অপেক্ষা কৰি থাকিল—পেহীয়েকহঁত কেতিয়া শোৱে আৰু কাতিউছা কেতিয়া যায় তাইৰ কোঠালৈ।

এটা সময়ত পেহীয়েকহঁত শুই পৰিল। বান্ধনিঘৰৰ কাম কৰি আছিল কাতিউছা। দুৱাৰখন বন্ধ। সি গৈ তাইক বাহিৰৰ পৰা মাতি আছে, তাই অহা নাই। তাৰ পিছত কাম শেষ কৰি দুৱাৰখন খুলি ওলোৱাৰ লগে লগেই নেখলিউদভে তাইক ধৰিলে খামোচ মাৰি। ইন্দ্ৰিয় চৰিতাৰ্থ কৰিবলৈ সি উদগ্ৰীৱ হৈ পৰিছে।

"মোক এৰি দিয়া—তোমাৰ পেহীয়েৰে গম পাই যাব" বুলি কৈয়েই দৌৰ মাৰি তাই তাইৰ কোঠালীত সোমাল আৰু দুৱাৰখনত খিলি লগাই দিলে।

পেহীয়েকৰ কোঠালীত নাকে ঘোৰ ঘোৰাইছে। দুয়োজনী পেহী-

য়েক গভীৰ টোপনিত। বাহিৰত ডেকাজনৰ ফিচফিচনি মাত—"কাতিউছা কাৰৌ কৰিছো, দুৱাৰখন খুলি দিয়া ........।"

কিছুসময় কাতিউছাৰ সাৰসুৰ নাই। তাৰ পিছত ভিতৰৰ পৰা দুৱাৰৰ খিলিটো খোলা গ'ল। হিংস্ৰ জন্তুৰ দৰে সোমাই গ'ল ডেকাজন। কাতিউছাক সাৱত মাৰি ধৰিলে আৰু ক'লে, "মোৰ কোঠালৈকে বলা।" একপ্ৰকাৰ টানি নিয়াৰ দৰেই সি তাইক তাৰ কোঠালৈ লৈ গ'ল।

"নাই নাই—কি কৰিছা তুমি এইবোৰ? কেতিয়াও নহয়, মোক এৰি দিয়া।".

মুখেৰে এই কথা কলেও কিন্তু তাই নেখলিউদভৰ বাহু-বন্ধনত সোমাই পৰিল আৰু গাঢ় হৈ গ'ল সিহঁতৰ সম্বন্ধ।

জুৰিসকলৰ মাজত আসনত বহি চিন্তা কৰি একান্তমনে জুৰিৰ আনজন সদস্য নেখলিউদভে তাৰ স্মৃতিত ৰোমন্থন হৈছিল প্ৰতিটো ক্ষণ:

"তাৰ পিছত সেই বিভৎস ঘটনাটো ঘটিছিল—ইষ্টাৰৰ পিছৰ সেই ৰাতিটোত ........।"

॥ বাৰ ॥

আদালতৰ খিৰিকীৰ কাষত বহি চিগাৰেট হুপি হুপি নেখলিউদভে অতীত ৰোমন্থন কৰিছে আৰু অন্যবোৰে নিজৰ ভিতৰতে কথা পাতি আছে। এটা সময়ত আদালত পুনৰ বহাৰ সময় হৈছে বুলি একেলে কৈ গ'ল। নেখলিউদভৰ যেন বৰ ভয় লাগিছে, সি যেন সেইখন বিচাৰত বহা অনুচিত; যেন সেইখন তাৰ নিজৰহে বিচাৰ হব লাগিছে। সি আৰু ভাবিলে যে সি নিজে এনে এজন লম্পট যে কাৰো

[illegible] দিয়ে চাই সি কথা পতাও উচিত নহয়; সি যেন নিজে সংকোচ কৰা উচিত।

এইবাৰ আদালতলৈ আৰু নতুন মানুহ আহিছে সাক্ষ্য দিবলৈ। নেখলিউদভে দেখিলে যে তাৰে ভিতৰত আছে এজনী তিৰোতা মানুহ যিজনী আছিল মাছলভাক ৰখা গণিকালয়ৰ মালিকনী—তেওঁৰ নাম কিতায়েভা।

আকৌ সাক্ষ্য আৰম্ভ হ'ল। কিতায়েভাই ক'লে যে হোটেলত থকা চাইবেৰীয় সদাগৰ এজনে হোটেলত কাম কৰা চিমনক তেওঁৰ ওচৰলৈ পঠাইছিল। তেওঁ আছিল কামাৰ্ত। কাম চৰিতাৰ্থ কৰিবলৈ তেওঁক লাগে এজনী তিৰোতা মানুহ। সেইমতে তেওঁ পঠাই দিলে ল্যুবাছাক। কিছুসময়ৰ পিছত ল্যুবাছাৰ লগত সেই চাইবেৰিয়া সদাগৰজনো আহিল একেলগে। সদাগৰ তেতিয়া নিচাত বিভোৰ। তাৰ পিছত তেওঁ নিজেও মদ খালে আৰু বাকীবোৰকো খুৱালে। তেওঁৰ জেপৰ ধন শেষ হ'ল। গতিকে তেওঁ থকা হোটেলৰ পৰা টকা আনিবলৈ ল্যুবাছাকে পঠালে।

কাতিউছাই এবাৰ কিতায়েভালৈ মুখ তুলি চালে। তাৰ পিছত এবাৰ চাই পঠিয়ালে জুৰিসকললৈ। তাৰ পিছত তাইৰ চকু পৰিল নেখলিউদভৰ ওপৰত।

নেখলিউদভৰ আকৌ মনলৈ আহিল—সেই ৰাতিটোৰ কথা ....। তাইৰ চকুৰ দৃষ্টিত সেই অন্ধকাৰৰ বিভীষিকা যেন সি আকৌ এবাৰ প্ৰত্যক্ষ কৰিলে,—"তেনেহলে কাতিউছাই মোক চিনি পাইছে?"

এটি আহত চৰায়ে চিকাৰ যন্ত্ৰণাত মাটিৰ ওপৰত চটফট কৰিছে।

সাক্ষীসকলৰ জেৰা শুনি শুনি কিবা এটা যেন বিমিশ্ৰ উপলব্ধি তাৰ মনত জাগি উঠিছিল। এটাৰ পিছত এটাকৈ সাক্ষীয়ে সাক্ষ্য দি আছে। তাৰ পিছত সাক্ষ্য প্ৰমাণৰূপে অন্য সামগ্ৰীবোৰ জুৰিসকলৰ পৰীক্ষাৰ কাৰণে আগবঢ়াই দিয়া হ'ল আৰু চৰকাৰী উকীলে দাবী কৰা মতে মৃতকৰ মৰণোত্তৰ ৰিপোৰ্ট পঢ়ি শুনোৱা হ'ল।

আৰম্ভ হ'ল চৰকাৰী উকীলৰ যুক্তি। বহুত কথা সন্নিবিষ্ট কৰি

তেওঁ যি প্ৰসংগ আনি বক্তৃতা আৰম্ভ কৰিলে, সেই প্ৰসঙ্গবোৰৰ মাজত আছিল বংশানুক্ৰমিক চাৰিত্ৰিক বৈশিষ্ট্য, সহজাত অপৰাধ-প্ৰৱনতা, বিৱৰ্তনবাদ আৰু জীৱন সংগ্ৰাম, সম্মোহন বিদ্যা আৰু চৈতন্যো-দয় আৰু অৱক্ষয় ....। "বংশানুক্ৰমিক পাপৰ চিকাৰ হোৱা এই তিৰোতাজনীৰ মাজত অধঃপতনৰ সমস্ত চিন স্পষ্ট। এই জঘনা ব্যৱসায়ৰ কণকাঠি বিয়ে চুইছে, সামাজিক অৱক্ষয়ৰ হীনতম প্ৰকাশ যাৰ মাজত মূৰ্ত্ত, সেই তিৰোতাজনী অন্য কোনো নহয়—সেই জনীয়েই স্বয়ং মাছলভা।"

তাৰ পিছত মাছলভাই সম্মোহিনী শক্তিৰে কেনেকৈ সদাগৰৰ বিশ্বাসৰ পাত্ৰী হৈছিল, আঙঠি আৰু টকা সৰকাই মানুহজনক বিহ খুৱাই মাৰিছিল ইত্যাদিবোৰ কথাৰ যুক্তিৰে মাছলভাক দোষী বুলি তেওঁ নিজৰ মত দাঙি ধৰিলে।

বাকী দুজন আছামীৰ উকীলেও তেওঁলোকৰ পক্ষত যুক্তি দাঙি ধৰি মাছলভাকে দোষী বুলি দাবী কৰিলে।

এইবাৰ উঠিল মাছলভাৰ উকীল। চৰকাৰী উকীলে দিয়া যুক্তিৰ বিপৰীতে দিয়া এটা দীঘলীয়া বক্তৃতাত মাছলভাই কেনে ধৰণেৰে পাপ আৰু ব্যভিচাৰৰ জীৱনত প্ৰবৃত্ত হল তাৰে এখন কাল্পনিক ছবি দাঙি ধৰিলে। তেওঁ ক'লে যে মাছলভাৰ অধঃপতনৰ মূলতে আছিল দুঃ-চৰিত্ৰবান এজন পুৰুষ—যিজনে শাস্তি ভোগ কৰিবলগীয়া হোৱা নাই। তাৰ সেই পাপৰ বোজা লৈ ফুৰিব লগা হৈছে এইজনী মাছলভাই।

এইজন উকীলৰ যুক্তি কাটিবৰ কাৰণে আকৌ থিয় হল চৰকাৰী উকীল। তেওঁ সিজন উকীলৰ কাল্পনিক কথাৰ ওপৰত গুৰুত্ব দি ক'লে: অপবাদৰ দ্বাৰা প্ৰলুব্ধ হোৱাৰ কথা এৰিও যিসকলে মাছলভাৰ ফান্দত ভৰি দিছে, সেই সকলো হৈছে এইজনী কুহকিনীৰ চিকাৰ।

ইয়াৰ পিছত আত্মপক্ষ সমৰ্থনত কিবা কবলগীয়া থাকিলে কব পাৰে বুলি বিচাৰপতিয়ে আছামীসকলক নিৰ্দেশ দিলে। বচকোভা আৰু চিমন কাৰ্তিনকিনে ক'লে যে সিহঁত নিৰপৰাধী।

মাছলভা কিন্তু মনে মনে থাকিল। এবাৰ তাই আদালত কক্ষৰ চাৰিওকালে ভালকৈ চালে— চিকাৰীৰ দৃষ্টিত পৰা এটা [illegible] জন্তুৰ

দৰে। তাৰ পিছতে মূৰটো তললৈ নমাই কেঁকুৰি কেঁকুৰি কান্দিবলৈ ধৰিলে।

হঠাৎ অজানিতে নেখলিউদভৰ মুখেদি এটা অদ্ভুত শব্দ ওলাল। কাষৰজনে সুধিলে—"কি হ'ল" ?

আচলতে নেখলিউদভে তাৰ নিজৰ বৰ্তমান স্থিতিৰ গুৰুত্ব বুজিব পৰা নাছিল। তাৰ বুকুখন যেন কিহবাই হেঁচা মাৰি ধৰিছে, আৰু চকুযুৰিৰে ওলাব খোজা পানীখিনি কিবা কাৰণত বাধাগ্ৰস্ত হৈ ওলাব পৰা নাই। আদালতৰ বাকীসকলে যদি কথাবোৰৰ গম পাই যায় তেন্তে সি সেই লাঞ্চনা সহিব কেনেকৈ ? তাৰ অন্তৰৰ সমস্ত অনুভূতি যেন প্ৰবল হৈ উঠিছে।

প্ৰধান বিচাৰপতিয়ে জুৰিসকলৰ আগত সমগ্ৰ গোচৰটোৰ সাৰ মৰ্ম সংক্ষেপে পৰ্য্যালোচনা কৰিবলৈ আৰম্ভ কৰিলে; বিশেষকৈ কেবাবাৰো নেখলিউদভৰ ফালে চাই চাই। অৰ্থ হ'ল—তেওঁ যদি বুজি পায় তেন্তে বাকীবোৰকো বুজাব পাৰিব।

বিচাৰপতিয়ে কৈ গ'ল। তেওঁ দীঘলীয়া পৰ্য্যালোচনা কৰি থকা সময়তে নেখলিউদভে বাৰে বাৰে ইচ্ছা কৰিছে কাতিউছাই এবাৰ তাৰ পিনে চাওক। বহুত বছৰ ধৰি তাৰ সেই প্ৰিয় মুখখন সি দেখা নাই। এইজনীয়েই সেইজনী কাতিউছা যিজনীয়ে সেই ইষ্টাৰৰ নিশা নিষ্পাপ দুটি চকুমেলি তাৰ ফালে চাইছিল, যিজনীৰ সেই দৃষ্টিত আছিল ভাল পোৱা, আছিল আনন্দ আৰু প্ৰাণৰ উচ্ছ্বাস। নিজৰ চৰিত্ৰৰ দোষৰ কথা ভাবি, নিজৰ জীৱনৰ যথেচ্ছাচাৰ, কাপুৰুষোচিত আচৰণ উদ্যম, উশৃংখলতা, নীচতা আৰু নিষ্ঠুৰতাৰ কথা ভাবি সি তন্ময় হৈ পৰিল। তেতিয়াই যেন সি দেখা পালে তাৰ অন্তৰত লুকাই আছে কিমান পাপ, পুঞ্জীভূত হৈ আছে কিমান কলংক।

॥ তেৰ ॥

বিচাৰপতিৰ বক্তৃতা শেষ হ'ল। তেওঁ এখন কাগজ জুৰিসকলৈ

আগবঢ়াই তাত লিখা প্ৰশ্নবোৰ চাবলৈ দিলে। তাৰ পিছত এটা সময়ত বিচাৰকসকল বাহিৰলৈ ওলাই গ'ল। চন্দ্ৰবীয়ে আছামী তিনি জনক তাৰপৰা উলিয়াই নিলে, বাকী সকলো গ'ল।

জুৰিৰ সদস্যসকলে অলপ স্বস্তিৰ নিশ্বাস পেলালে। দুই একে চিগাৰেট জ্বলাই ল'লে। গোটেই দিনটো তেওঁলোকে বিতৰ্ক শুনি শুনি ভাৱাক্ৰান্ত হৈছিল; এতিয়া অলপ আহৰি বিচাৰিলে। কেতেক পিছতে তেওঁলোকৰ পৰস্পৰৰ মাজত আৰম্ভ হ'ল ভাবৰ বিনিময়— দোষী হব পাৰে কোন? তাত নিজৰ নিজৰ মত বিনিময় হৈছে, চিগাৰেটৰ ধোঁৱা উৰিছে আৰু হাঁহিছে নতুবা গভীৰভাৱে চিন্তা কৰিছে।

জুৰিৰ প্ৰধানজনে ক'লে, "এতিয়া আমি ভালকৈ বহি লৈ আলোচনা কৰো আহক।"

আঠাইবোৰ উঠিল আৰু টেবুলৰ চাৰিওপিনে মুখামুখিকৈ বহি ল'লে। সন্মুখতে আছে কাগজ-পত্ৰবোৰ।

কাৰনিকে ক'লে, "মাছলভাত বাহিৰে আৰু এজনকো অপৰাধী বুলি ধৰিব নোৱাৰি।" তেওঁ তেওঁৰ যুক্তিৰ সমৰ্থনত মাছলভাৰ আগৰ কাহিনীও দাঙি ধৰিলে। বিষয়টোৰ ওপৰত সকলোৰে দৃষ্টি আকৰ্ষণ কৰি কাৰ্তিনকিন, বচকোভা আৰু মাছলভা এই তিনিজনৰ কোনজন কি ধৰণে দোষী বা নিৰ্দোষী হব পাৰে এই কথা যুক্তিযুক্তভাৱে বিশ্লেষণ কৰি চাবলৈ জুৰি প্ৰধান সদাগৰজনে অনুৰোধ কৰিলে।

সকলোৱে একে মুখে কব খুজিলে যে অপৰাধী কাৰ্তিনকিন,— কিয়নো বিষ প্ৰয়োগ আৰু চুৰি এই দুয়োটাতে সি জড়িত আছিল। মাত্ৰ এজনেহে ক'লে, "নহয়—তেওঁ এজন বুঢ়া মানুহ।"

বচকোভা সম্পৰ্কিত দ্বিতীয় প্ৰশ্নটোৰ ওপৰত বহু তৰ্ক-বিতৰ্ক হ'ল। তেওঁলোকে শেষত ক'লে যে সি নিৰপৰাধী, কিয়নো বিষ প্ৰয়োগত তাৰ হাত থকা-নথকাৰ কোনো প্ৰমাণ নাই।

সদাগৰৰ একান্ত ইচ্ছা—মাছলভা খালাচ হওক; সেইকাৰণে তেওঁ সাধ্যমতে কাৰিৰ পৰাকৈ ওলোটা যুক্তি দাঙি ধৰি কবলৈ ধৰিলে।

সকলোবোৰ নষ্টৰ গুৰি কোন হব পাৰে, প্ৰৰোচনা দিয়াত অগ্ৰণী কোন আছিল ........ ।

অৱশ্যে জুৰিসকলৰ ধাৰণাও একেই দেখা গ'ল। বচকোভা সম্পৰ্কিত চতুৰ্থ প্ৰশ্নৰ উত্তৰত তাইক দোষী বুলি কোৱা হ'ল; অৱশ্যে সদস্যসকলে এই কথাও ক'লে যে তাইৰ প্ৰতি করুণাপৰৱশ হৈহে যেন ৰায়টো দিয়া হয়।

মাছলভা সম্পৰ্কিত তৃতীয় প্ৰশ্নৰ উত্তৰত বহুত বাদানুবাদ চলিল। কাজিয়া লগা যেনেই হৈছিল। বিষ খুওৱা আৰু চুৰি—এই দুটা অপৰাধ মাছলভাই কৰিছে বুলি সদাগৰে কেতিয়াও মানি নলয়। কৰ্ণেল কাৰণি আৰু বুঢ়া সদস্যজনে সদাগৰৰ পক্ষ ল'লে, বাকীসকলৰ কোনে কাৰ পক্ষ লয় একো ঠিক হোৱা নাই; কিন্তু প্ৰধানজনৰ মতটোতে তেওঁলোক প্ৰভাৱিত হব ধৰিলে।

নেখলিউদভৰ নিশ্চিত ধাৰণা যে মাছলভা নিৰ্দোষ; এই কথাত জুৰিসকলো একমত হব বুলি সি আশা কৰি আছিল। কিন্তু সদাগৰে আৰম্ভ কৰা কথাৰ সুৰ দেখি তাৰ ধাৰণা হল যে সদাগৰেহে প্ৰধানকৈ ৰায়টোত বাধা দি আছে। পৰিস্থিতি এনেহেন হৈ উঠাত নেখলিউদভে নিজৰ মত প্ৰকাশ কৰা কথাও ভাবিছিল। কিন্তু তাৰ ভয় লাগিল—কিজানি কেনেবাকৈ মাছলভাৰ লগত তেওঁৰ সম্পৰ্কৰ কথা ধৰা পৰি যায়। নেখলিউদভে কব নালাগিলেই—পিওতৰ বোলাজনে গৰগৰাই উঠিল আৰু ক'লে,

"মাছলভাৰ হাতত চাবি থাকিল বুলিয়েই তাই দোষী হব নেকি? হোটেলৰ মানুহে নকল চাবিৰে খুলিব নোৱাৰে?"

সদাগৰে লগে লগে কৈ উঠিল, "অৱশ্যে পাৰে?"

"মাছলভাৰ যিটো অৱস্থা, সেই অৱস্থাত টকা চুৰি কৰি নি তাই কি কৰিব?"

সদাগৰে ক'লে, "সেয়োতো তাকেই কব খোজো।" বোধকৰো মাছলভাই আলমাৰি খুলি টকা উলিয়াই নিয়াৰ পিছতেই হোটেলৰ চাকৰ-বাকৰৰ মূৰত টকাখিনি চুৰি কৰাৰ চিন্তা সোমাল। মাছলভা

ওলাই গলেই তেওঁলোকে চুৰি কৰি মাহুলভাৰ গাত সকলো দোষ জাপি দিব পাৰিব।"

এই যুক্তিত গৰিষ্ঠ সংখ্যক জুৰিয়েই একেলগে মত দিলে যে মাহুলভাৰ ক্ষেত্ৰত চুৰিৰ অপৰাধ নাখাটে আৰু আঙুঠিটোও তাইক উপহাৰ দিয়া হৈছিল। তেতিয়া প্ৰধান জুৰিজনে সুধিলে "তেনেহলে ডাঙৰীয়া সকল এইকথা ঠিক হল যে মাহুলভা দোষী হয়, কিন্তু তাই টকা চুৰি কৰা নাই; গতিকে তাই নিৰপৰাধী।"

সেই সময়ত নেখলিউদভ উত্তেজিত হৈ আছিল। জুৰিৰ মত লিপিবদ্ধ কৰা হ'ল। ঔষধৰ গুড়ি দিয়াৰ অপৰাধ মাহুলভাই কৰিছিল হয়; কিন্তু তাই যে মানুহজনৰ প্ৰাণ হৰণ কৰিব খোজা নাছিল এই কথা লিপিবদ্ধ যে নোহোৱাকৈ থাকিল সেই কথালৈ সিও মন নকৰিলে।

জুৰিৰ সিদ্ধান্তখিনি লিপিবদ্ধ কৰাৰ পিছত পুনৰ আদালত বহাৰ বাবে ঘণ্টাধ্বনি বাজি উঠিল।

বিচাৰকসকল আহিল আৰু পুনৰ আসন ল'লে। চহুৰীয়ে আছামী কেইজনাকো আনি আগৰ ঠাইতে বহুৱালে। জুৰিৰ প্ৰধানজনে প্ৰধান বিচাৰকৰ হাতত কাগজখন দিলে।

প্ৰধান বিচাৰপতিয়ে কাগজখন ভালদৰে পঢ়ি চালে। তাৰ পিছত বাকী তিনিজনলৈ ডিঙি মেলি ক'লে, "চাওক—লিখিছে টকা চুৰিৰ ইচ্ছা তেওঁৰ নাছিল'। অথচ ইয়াত 'প্ৰাণ-নাশৰ অভিপ্ৰায় নাছিল' বুলি লিখা হোৱা নাই।

এইবাৰ চাৰিওজন বিচাৰক আলোচনাত বহিল। এজনে ক'লে, "মই ভাবো যে জুৰিসকলৰ সিদ্ধান্ত নাকচ কৰা উচিত। ৮১৮ ধাৰামতে নাকচ কৰিব পাৰি।" দ্বিতীয় জনেও একে মতকেই দিলে। তৃতীয় জনে অৱশ্যে তাত অসন্মতি জনালে। এইবাৰ প্ৰধান বিচাৰকে জুৰিৰ প্ৰধানজনক কাগজখন বুজাই দি ক'লে, "চাওক—আপোনালোকে অস্পষ্ট সিদ্ধান্ত লৈছে।"

সকলোবোৰ আচৰিত হ'ল। মাত্ৰ নিৰ্বিকাৰ হৈ বহি থাকিল আছামীকেইজন।

প্ৰধান বিচাৰকে চৰকাৰী উকীলজনক সুধিলে, "বিধান অনুসৰি কাৰ কেনে ধৰণৰ শাস্তি হব লাগে কওক।"

চৰকাৰী উকীলজনে বিধান দিলে চৰম শাস্তিৰ। এইবাৰ ৰায়ৰ বিবেচনা কৰিবৰ বাবে প্ৰধান বিচাৰকে আদালত কিছু সময়ৰ বাবে স্থগিত ৰাখিলে।

জুৰিসকলৰ মাজত কিওদৰে জুৰিৰ সকলোকে কৈ উঠিল, "আমাৰ লাজ লগা উচিত। বেচেৰী ছোৱালীজনীক আমি কাৰাদণ্ড দিব খুজিছো; অথচ আমাৰ লিখা নহল যে তাই দোষী হলেও প্ৰাণনাশৰ অভিপ্ৰায় তাইৰ মূঠেও নাছিল। চৰকাৰী উকীলৰ মতে তাইৰ পোন্ধৰ বছৰ সশ্ৰম কাৰাদণ্ড হব লাগে।"

নেখলিউদভে ক'লে, "এতিয়াওতো শুধৰাই দিব পাৰি।"

"নোৱাৰি—শুধৰাব নোৱাৰি; বিচাৰ শেষ হৈ গৈছে।"

নেখলিউদভে কথাবোৰ নিৰৱ হৈ শুনি আছিল। এইবাৰ সি আছামীসকলৰ কাঠগড়ালৈ চালে: সিহঁত পিছফালে বহি আছে চন্তৰীৰ পহৰাত। আকৌ তাৰ সেই পাপ-চিন্তা: যদিহে মাছলভা খালাচ হয় তেন্তে তাইতো এইখন চহৰতেই থাকিব। তেতিয়া তাইক নেখলিউদভে কেনে ধৰণৰ ব্যৱহাৰ কৰা উচিত হব? আকৌ যদি তাই সশ্ৰম কাৰাদণ্ডলৈ চাইবেৰিয়াৰ জেলত থাকিব লগা হয় তেনেহলে তাৰচোন তাইৰ লগত কোনোধৰণৰ সম্পৰ্ক স্থাপনেই নহব। তেনেহলে আহত চৰাইজনীয়ে চিকাৰীৰ মোনাত আৰু চটফট নকৰে আৰু এই কথাও জনাব নালাগে যে এতিয়াও তাইৰ আছে এটা অস্তিত্ব।

॥ চৈধ্য ॥

গেৰাচিমোভিচৰ অনুমান সঁচা হ'ল। প্ৰধান বিচাৰপতিয়ে ৰায়টো পঢ়ি শুনালে:

আজি ১৮৮.... চনৰ ২৮ এপ্ৰিল তাৰিখে মহামান্য সম্ৰাট বাহাদুৰৰ অনুশাসন ক্ৰমে জুৰিসকলৰ সিদ্ধান্ত আৰু ফৌজদাৰী আদালতৰ কাৰ্য্যবিধি অনুসৰি কৃষক শ্ৰেণীভুক্ত তেত্ৰিশ বছৰীয়া চিমন কাৰ্তিনকিন আৰু চহৰবাসী নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ সাতাইশ বছৰীয়া ইয়েকাতেৰিনা মাছলভাই তেওঁলোকৰ সকলো সম্পত্তিৰ অধিকাৰৰ পৰা বঞ্চিত হ'ব আৰু সশ্ৰম কাৰাদণ্ডৰে দণ্ডিত হৈ নিৰ্বাসিত হ'ব। কাৰ্তিনকিনৰ কাৰাদণ্ডৰ মিয়াদ আঠবছৰ আৰু মাছলভাৰ চাৰিবছৰ ....। তেত্ৰিশ বছৰীয়া নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ চহৰ নিবাসী বচকোভাই তেওঁৰ ব্যক্তি-গত আৰু স্ব-উপাৰ্জিত সমুদায় সম্পত্তিৰ অধিকাৰৰ পৰা বঞ্চিত হৈ তিনি বছৰৰ বাবে কাৰাদণ্ড ভুগিব ....। মোকৰ্দমাত হোৱা সমুদায় খৰছ আছামী তিনিজনে বহন কৰিব লাগিব আৰু আদায় দিবলৈ যদিহে তেওঁলোকৰ ধন নাথাকে তেনেহলে টেজাৰীৰ পৰা এই খৰচ মিটোৱা হ'ব।

গোচৰৰ ৰায় শুনি কাৰ্তিনকিনে মুখেৰে কিবা ভোৰভোৰালে। বচকোভাৰ আচৰণত কোনো পৰিবৰ্ত্তন দেখা নগ'ল। ৰায় শুনোৱাৰ পিছতেই মাছলভাৰ চকু-মুখ ৰঙা পৰি উঠিল। তাই চিঞৰি উঠিল, "মই দোষী নহয়, মোৰ দোষ নাই।" এই চিঞৰৰ প্ৰতিধ্বনি বিয়পি পৰিল গোটেই আদালতভৱন। এজন চহৰীয়ে তাইক উলিয়াই আনিলে; তাই কান্দি কান্দি চিঞৰি চিঞৰি কবলৈ ধৰিলে "অধৰ্ম হ'ব, অন্যায় .... মই নিৰপৰাধী ....।"

কিছু সময়ৰ আগতে নেখলিউদভৰ যি পাপ-চিন্তাৰ উদ্ৰেগ হৈছিল সেই সকলো পাহৰি নিজে নিজে কৈ উঠিল, 'অসম্ভৱ, সেইটো হ'ব নোৱাৰে—মই কিবা এটা কৰিবই ....।" সি দৌৰি গৈ মাছলভাক লগ ধৰিব খুজিছিল, কিন্তু ইতিমধ্যে মাছলভাই খোজ কাঢ়ি কাঢ়ি বহুদূৰ আগবাঢ়ি গৈছে।

নেখলিউদভে ন্যায়ালয়ৰ চৌহদ পাৰ নৌহওঁতেই তাৰ চকুত পৰিল প্ৰধান বিচাৰকক। তেখেতে আদালতত পিন্ধা চোলাটো সলাই আছিল।

নেখলিউদভে তেখেতৰ ওচৰত থিয় হ'লগৈ আৰু ক'লে, "ছাৰ, এই মাত্র শেষ হোৱা মোকৰ্দমাটো সম্পৰ্কে আপোনাৰ লগত দুষাৰ কথা পাতিব পাৰেঁানে? ময়ো এজন জুৰিৰ সদস্য আছিলোঁ।"

"নিশ্চয় নিশ্চয়, আপোনাৰ কথা মই আগ্ৰহেৰে শুনিম।" তাৰ পিছত নেখলিউদভৰ মুখৰ ফালে চাই ক'লে, "ইয়াৰ আগতেও মই আপোনাক কৰবাত লগ পোৱা যেন মনত পৰে।"

নেখলিউদভে কৰমৰ্দন কৰিলে আৰু জনালে যে এখন ভোজ-মেলত তেওঁলোকৰ দেখাদেখি হৈছিল। কথাটো মনত পৰি তেখেতে ক'লে, "কওক, মই আপোনাৰ কাৰণে কি কৰিব পাৰো?"

"—মাছলভা সম্পৰ্কে জুৰিসকলৰ বিচাৰত এটা ডাঙৰ ভুল হৈ গ'ল।"

"আদালতেতো আপোনালোকৰ সিদ্ধান্তমতেই ৰায় দিছে।"

"বাক্যটো হব লাগিছিল 'প্ৰাণনাশৰ অভিপ্ৰায় আছামীৰ নাছিল' বুলি।"

"হয়, কিন্তু এতিয়াতো আৰু শুধৰাব নোৱাৰি।

"—এটা আপীলৰ কথা ভাবি চাব পাৰি নেকি?"

"আপুনি এজন উকীলৰ পৰামৰ্শ লোৱা ভাল।"

বিচাৰকজনৰ ভাৱগতিৰ পৰা নেখলিউদভে অনুমান কৰিলে যে কথাটোত তেখেতৰো সহানুভূতি আছে।

দুজন প্ৰখ্যাত উকীলৰ কথা মনত পৰিল নেখলিউদভৰ। এজন ফানাৰিণ। আনজন মিকিছিন। সি আৰু অপেক্ষা নকৰিলে। উকীল খানালৈ বেগাই গৈয়েই লগ পালে উকীল ফানাৰিণক।

"নমস্কাৰ, অলপ লগ পাব খুজিছোঁ।"

"নমস্কাৰ,—আহক, মই যাবলৈ ওলাইছিলোঁৱেই।"

নেখলিউদভে গোটেই কথাখিনি বিবৰি কোৱাত উকীলজনে ক'লে যে কাগজ-পত্ৰ নোচোৱাকৈ তেওঁ এতিয়াও একো কব নোৱাৰিব, গতিকে নেখলিউদভে যেন বৃহস্পতিবাৰে তেওঁৰ ঘৰলৈকে যায়।

নেখলিউদভে কিবা এক স্বস্তি পোৱা যেন পালে। সি কিবা এক

মহান কৰ্তব্য কৰি বিজয়ী হোৱাৰ আশা দেখিছে।

উকীললজনৰ পৰা বিদায় লৈ সি ওলাই আহিল। হঠাতে তাৰ মনত পৰিল কৰচাগিনহঁতৰ নিমন্ত্ৰণৰ কথা। সি সেইফালে গ'ল।

॥ পোন্ধৰ ॥

কৰচাগিনৰ প্ৰকাণ্ড ঘৰখনৰ সমুখত গাড়ীৰ পৰা নমাৰ লগে লগেই এজন মানুহে নেখলিউদভক আগবঢ়াই নিবলৈ আহি ক'লে, "আহক—আহক—নৈশ ভোজ আৰম্ভ হৈছে, আপোনাৰ কাৰণে সকলোৱে অপেক্ষা কৰি আছে।"

নেখলিউদভে পোনে পোনেই ডাইনিং ৰুমলৈ সোমাই গ'ল। তাৰ টেবিলৰ চাৰিওফালে আলহীসকল আৰু গৃহস্থ বহিছে।

পলম হোৱাৰ কাৰণে নেখলিউদভে ক্ষমা খুজিলে। নেখলিউদভৰ কাৰণে মিছিৰ কাষতে টেবিলত পাত এখন পাৰি থোৱা আছিল। সি গৈ তাতে বহিল। কৰচাগিন বুঢ়া মানুহ। তেওঁ ইতিমধ্যে তেওঁৰ নকল দাঁতেৰে ভজামাছ কামুৰি খাই আছিল। তৰুণ ডেকা নেখলি- উদভক দেখি তেওঁ ক'লে, "বহা, আৰম্ভ কৰা"। নেখলিউদভক বুঢ়াই চিনি পায়। এইখন ঘৰলৈ আহি কেবাবাৰো সি নিমন্ত্ৰণ ৰক্ষা কৰিছে। বুঢ়াৰ কিন্তু এই ডেকাজনৰ উপস্থিতি আজি বৰ ভাল নালাগিল। তেওঁৰ মনত পৰিছে সৈন্য বাহিনীৰ সেনাপতি পদত থকা কালত এই ডেকাজন কিমান নিষ্ঠুৰ আৰু নৃশংস আছিল। মানুহক বেতেৰে কোবোৱাটো নেখলিউদভৰ কাৰণে আছিল সাধাৰণ কথা। হোৱাই নোহোৱাই কাৰণ উলিয়াই মানুহক কঁাচৈত ওলোমোৱাবলৈ নেখলিউদভে অকণো কুণ্ঠাবোধ নকৰিছিল।

বুঢ়াই কিন্তু তেওঁৰ মনৰ ভাবটো প্ৰকাশ নকৰিলে।

নেখলিউদভে খোৱা আৰম্ভ কৰিলে। খোৱাৰপৰা ওপৰাউপৰিকৈ আনি দিয়া দেখি মিছিয়ে কৈ উঠিল, "উঃ তেওঁক লাহে লাহে খাবলৈ

দিয়ানা।" কথাখিনি কওঁতে সৰ্বনাশটো এনেভাৱে প্ৰয়োগ যাতে ডেকাজনৰ লগত তাইৰ সম্পৰ্ক কিমান অন্তৰংগ সেইকথা অইনেও বুজি পায়।

মিছিয়ে ক'লে "তোমাক আজি অতি ক্লান্ত যেন লগা হৈছে।"

কথা লুকুৱাবলৈ ডেকাজনে ক'লে, "একো হোৱা নাই।"

"আজি তুমি ঘৰতে আছিলা নে চিনেমা চাবলৈ গৈছিলা?"

"নাই যোৱা, টেনিছ খেলিবলৈ গলোঁ।"

নেখলিউদভে মন কৰিলে যে এই ঘৰখনে তাক আজি কৰা ব্যৱহাৰত যেন কিবা কৃত্ৰিমতা আছে। মিছিৰ কথাখিনিলৈও সি মন নকৰাকৈ নাথাকিল।

খোৱা টেবিলত সকলোৰে কথা বতৰা চলি থাকিল, বুঢ়াই ইতিমধ্যে খোৱা শেষ কৰি লাহে লাহে টেবিলৰ পৰা উঠি গ'ল। মিছিয়ে কথা বতৰাবোৰৰ মাজতে মন কৰিলে—নেখলিউদভ যেন আজি অন্যমনস্ক, মুখত কিবা বিৰক্তিৰ ভাৱ। তাই আশা কৰি আছে, ডেকাজনে তাইক বিয়া কৰাওক। আজি এই সুযোগতে সেই কথাও খাটাং কৈ জানি লব খোজে।

খোৱাৰ টেবিলৰ পৰা উঠাৰ পিছত মিছিয়ে তাক সুধিলে, "আজি তোমাৰ কিবা এটা হৈছে—কোৱানা।"

"সঁচাই কিবা এটা ঘটিছে।"

"মোকো কব নোৱাৰি?"

"এতিয়া নহয়—সেইবোৰ তুমি এতিয়া জানিব নুখুজিবা, সি মিছিৰ চকুলৈ চালে। তাইৰ চকুহাল অশ্ৰুসিক্ত। তাৰ বেয়া লাগিল, কিন্তু তথাপিতো সি কথাটো কব নোৱাৰে। কেনেবাকৈ যদি তাৰ দুৰ্বলতা প্ৰকাশ পায় তেনেহলে গোটেইখন সৰ্বনাশ হৈ যাব পাৰে।

মিছিয়ে কৈ উঠিল, "মন বেয়া লাগিলে কথাবোৰ নোকোৱাই ভাল। মই কিন্তু কাহানিও মোৰ মন বেয়া বুলি নকওঁ; আৰু সেই কাৰণেই মোৰ মন সদায় ভালে থাকে। এতিয়া বলা—অলপ ওলাই যাওঁ।"

নেথলিউজৰ ভাব হ'ল যেন আজি বোবাৰ মুখত যেকাম পৰিছে। হঠাতে কিবা এটা মনত পৰা যেন দেখুৱাই সি ক'লে, "ঘৰত আজি মোৰ এটা বিশেষ জৰুৰী কাম আছে; মই এতিয়াই ঘৰ পাবগৈ লাগে।"

"—কালিলৈ আহিবানে?"

"কব নোৱাৰো, চাওঁ; কালিলৈ আহিব নোৱাৰিম হব পায়।"

মিছিয়ে মনে মনে ভাবিলে—বপুৰাৰ কিজানি কৰবাত নিষিদ্ধ প্ৰেমৰ বেহা চলিছে। তাই কিন্তু সেই কথা প্ৰকাশ নকৰাকৈয়ে ক'লে "আমাৰ সকলোৰে বাবে সুদিনো আছে, দুৰ্দিনো আছে।"

তাৰ পিছত তাই ভাবিলে: ডেকাজনে কিজানি তাইক প্ৰতাৰণা কৰিব। যদি কৰে তেন্তে সেয়া হব এক ঘোৰ অন্যায়। তাই কথা-খিনি ঠিক বুবুজিলে। তাই জানিছিল যে এইজন ডেকাই কেৱল যে তাইৰ মনত এটি আশাৰ সঞ্চাৰেই কৰিছিল এনে নহয়—এক অব্যক্ত প্ৰতিশ্ৰুতিও দিছিল। অৱশ্যে সেই কথা সি খোলোচাকৈ কোৱা নাই; কিন্তু চকুৰ দৃষ্টি, মুখৰ হাঁহি, অলপ ইঙ্গিত, অলপ আভাষতে কথাবোৰ বুজা গৈছিল; আৰু সেইবাবেই মিছিয়ে ভাবিছিল—এইজন তৰুণ তাইৰ নিজৰ। এতিয়া যদি তাক হেৰুৱাব লগা হয় ....।

## ॥ ষোল ॥

পৰিচিত পথেৰে আহি ডেকাজনে ঘৰ পালেহি। বিষাদে তাৰ মনটোক আচ্ছন্ন কৰি ৰাখিছিল। ভাবটো সহজে মচি পেলোৱা নাযায়। মিছিৰ লগত সি অন্য ধৰণেৰে বাহু যাব খুজিছিল, মিছিৰ মনতো জাগিছিল প্ৰত্যাশা। কিন্তু ডেকাজনে তেওঁৰ সমস্ত সত্তা দি বুজিব পাৰিছে যে মিছিক কোনো ৰকমেই বিয়া কৰাব নোৱাৰে। সি নিজে অনুভৱ কৰিছে—কি লজ্জাজনক কেলেংকাৰীময় আৰু অৰুচিকৰ

হৈছে তাৰ সেই জীৱনটো। কথাবোৰ কেৱল মিছিৰ লগতে আৱদ্ধ হৈ থকা নাই।

কাম কৰা ল'ৰাটো সোমাই আহিল। ক'লে, "ছাৰ মেজত আহাৰ সাজু হৈ আছে।"

"তই খাগৈ যা—আজি মই একো নাখাওঁ।" এইখিনি পৰত সি অকলশৰে থকাটোকে কামনা কৰিছে। ল'ৰাটো ওলাই গল।

এইটো ঘৰতে তিনিমাহ আগতে তাৰ মাক ঢুকাইছে। বেৰত আঁৰি থোৱা আছে মাক আৰু তাৰ পিতাকৰ ছবি ছুখন। মৃত্যুৰ আগে আগে মাকৰ লগত তাৰ সম্পৰ্কৰ কথা এবাৰ মনত পৰিল। সেই সম্পৰ্কটো আছিল বিৰক্তিকৰ, অস্বাভাৱিক।

মাক অতি সোনকালে মৰক এই কামনা কৰিছিল সি প্ৰবল-ভাবে। ছুৰাৰোগ্য শয্যাত মাকে জ্বালা-যন্ত্ৰণা খাই আছে, সেই যন্ত্ৰণা সি আৰু চাই থাকিব নোখোজে।

সি মাকৰ ছবিখনৰ ওচৰত এবাৰ থিয় হলগৈ। এজন প্ৰখ্যাত চিত্ৰকৰে আঁকা ছবিখন। ছবিত মাকৰ পৰিধানত বুকু দেখাকৈ এটি সাজ, স্তনযুগল আঁকিবলৈ চিত্ৰকৰে বিশেষ যত্ন লৈছে, ছুই স্তনৰ মাজৰ সামান্য ফাঁকখিনিও দেখুৱাইছে; আৰু দেখুৱাইছে চকুক আকৰ্ষণ কৰাকৈ সুন্দৰ আৰু সু-গঠিত কান্ধ আৰু গ্ৰীৱা। অতি লজ্জাজনক আৰু জঘন্য এখন ছবি বুলি ভাব হল তাৰ। প্ৰায় নগ্নবসনা সুন্দৰীৰ আকাৰত মাকৰ এই ৰূপৰ মাজত অশ্লীল আৰু ধৰ্মবিৰুদ্ধ কিবা এটা যেন বৰ্ত্তমান।

মনত পৰিছে তাৰ—সি মাকক কৈছিল "মা, তোমাৰ কাৰণে মই একো কৰিব পৰা নাই; তুমি মোৰ ওপৰত খং নকৰিবা।" তেতিয়া মাকৰ চকুযুৰি পানীৰে উপচি পৰিছিল। মাকৰ ছবিখনলৈ আকৌ এবাৰ চালে—অৰ্দ্ধনগ্ন ছবিখন। ছবিৰ অৰ্দ্ধ উদঘাটিত স্তনযুগল দেখি তাৰ মনত পৰিল—অলপ দিন আগতে অন্য এজনী তৰুণীৰ প্ৰায় একে হেন অনাবৃত বক্ষ তাৰ চকুত পৰিছিল। সেই তৰুণীজনীয়েই আছিল মিছি। এক নৃত্যানুষ্ঠানলৈ যাবলৈকে তাই সেই সাজ পিন্ধি আহিল।

সেই কথা মনত পৰাৰ লগে লগে হঠাতে তাৰ গাটো শিয়ঁৰি উঠিল।

তাৰ পিছত সি তাৰ পিতাকৰ ছবিখনলৈ চালে। এক মুলকজিৰ সম্পন্ন বাপেকজন আছিল অতি নিষ্ঠুৰ, অত্যাচাৰী আৰু সন্দেহজনক চৰিত্ৰৰ।

সি ভাবি স্থিৰ কৰিলে, "নহয়—মই মুক্তি পাবই লাগিব।"

নেখলিউদভ নিজেই এজন ভাল চিত্ৰশিল্পীও। সি এইবোৰৰ মাজত আৰু নাথাকে—নাথাকে মাৰিয়াৰ কবলত, কৰচাগিনৰ ওচৰতো। আৰু নাথাকে মাকৰ সম্পত্তিৰ উত্তৰাধিকাৰী হৈ। সি ছবি আঁকিব, আনন্দত থাকিব। কিন্তু এজন জুৰি হিচাপে মাছলভাৰ কথা-টোৰ এটা হেস্ত-নেস্ত কৰিবই।

মাছলভাৰ কথাটো মনত পৰাৰ লগে লগেই তাৰ অন্তৰখনে যেন ভীষণ আৰ্তনাদ কৰি উঠিল। কাত্যিউছা-মাছলভাৰ লগত তাৰ সম্পৰ্কৰ কথা পুনৰ এটা এটাকৈ মনৰ মাজেৰি বাগৰি যাবলৈ ধৰিলে: প্ৰথম সাক্ষাৎ, প্ৰেম, পাশৱিক প্ৰবৃত্তি আৰু ইন্দ্ৰিয়লিপ্সা চৰিতাৰ্থ হোৱাৰ পিছত মোহভংগ। অথচ প্ৰথম প্ৰেমত নাছিল কোনো মলিনতা। সেই দিনটো আৰু আজিৰ দিনটোৰ মাজত কিমান প্ৰভেদ। গীৰ্জাঘৰৰ ইষ্টাৰ নিশাৰ কাত্যিউছা আৰু চাইবেৰীয় সদাগৰৰ লগত সুৰাত মত্ত হুলস্থুলীয়া চিত্ৰৰ বাথৰৰ মাজত থকা বেশ্যাজনী। সি নিজেও আছিল সৎ আৰু অকপট, সত্যবাদী; আৰু আজি সি বোকাময় মিছাৰ মাজত নিজে ডিঙিলৈকে পোত গৈ আছে। এই অদৃশ্য মিছাটো পোনপটীয়াকৈ দেখা কথাটো মিছাতকৈও বেছি ভয়ানক; কাৰণ ইয়াৰ ওচৰত থাকে যিসকল সেইসকলে এই মিছাকে সঁচা বুলি মানি লয়....। সি অন্যায় বুলি জানিও মাকৰ পৰা উত্তৰাধিকাৰসূত্ৰে পোৱা মাটি-বাৰী ভোগ কৰি থাকিবনে! কাত্যিউছাৰ প্ৰতি পাপকৰ্মৰ প্ৰতিবিধান নহবনে? সশ্ৰম কাৰাদণ্ডৰ ৰায়টোৱেই এটা ভুল। অকল টকাৰেইতো পাপৰ প্ৰায়শ্চিত্ত কৰিব নোৱাৰি। অথচ টকাৰে পাপৰ প্ৰায়শ্চিত্ত কৰিব পাৰি বুলিয়েই সি এদিন ভাবিছিল আৰু সেই কাৰণেই সেই ৰাতি পেহীয়েকৰ ঘৰত কাত্যিউছাৰ সতীত্ব হৰণ কৰি তাইৰ হাতত গুঁজি

দিছিল১০০

দিছিল টকা। টকা দি এটা সমস্ত মানুহক প্ৰতাৰণা কৰিব পাৰি; কিন্তু নিজকটো ফাকি দিব পৰা নাযায়।

নেখলিউডভে একাধিকবাৰ নিজৰ 'আত্ম-শুদ্ধি'ৰ কথা চিন্তা কৰিছিল। আত্ম-শুদ্ধি সম্পৰ্কে তাৰ ধাৰণা এই যে মানুহৰ অন্তৰ্জীৱনৰ ধাৰা যেতিয়া মন্থৰ হৈ যায় তেতিয়া তাত জমা হয়গৈ কিছুমান জঞ্জাল; আৰু অৱশেষত অন্তৰ্জীৱনৰ প্ৰৱাহ যেতিয়া একেবাৰে বন্ধ হৈ যায় তেতিয়াহে সময় আহে সমস্ত আবৰ্জনা দূৰলৈ দলিয়াই দিয়াৰ। বাস্তৱ জীৱনৰ যি পংকিলতাৰ মাজত সি নিজে বুৰ গৈ আছে এতিয়া জানো সি সেইবোৰ শুধৰাব পাৰিব? কিন্তু সি পাৰিবই লাগিব। যিটো সত্যস্বৰূপ, যিটো শাশ্বত আৰু সকলো শক্তিৰেই মূল সেই শক্তিতেই আশ্ৰয় লোৱাত বাহিৰে তাৰ কোনো গত্যন্তৰ নাই।

সি মিছিক সঁচা কথাটো কৈ দিব—মাৰিয়াক নহয়, মাৰিয়াক কোৱাৰ কোনো প্ৰয়োজন নাই। তাইৰ গিৰিয়েকক সি কব যে সি মানুহজনক প্ৰতাৰণা কৰি আহিছে। আৰু কাতিউছা! তাইক কব যে তাইৰ প্ৰতি সি অন্যায় কৰিছে, তাইৰ সন্মুখত থিয় হৈ সি ক্ষমা বিচাৰিব "আৰু আৱশ্যক হলে মই তাইক বিয়া কৰাবও পাৰো।"—তাৰ মুখেদি ওলাল।

সি এবাৰ ওপৰলৈ চালে; তাৰ পিছত ক'লে "হে ভগবান মোক শুদ্ধ কৰা"। প্ৰাৰ্থনা কৰাৰ লগে লগে সি অনুভৱ কৰিলে যেন সি ভগৱানৰ লগত একাত্ম হৈছে, সেই মুক্তস্বৰূপ, পূৰ্ণস্বৰূপ আৰু আনন্দস্বৰূপ ভগবানে যেন তাৰ জীৱনতো প্ৰৱেশ কৰিছেহি।

সি যেন হঠাতে শক্তিমন্ত হৈ পৰিল। তাৰ বৰ গৰম লাগিছিল। সন্মুখৰ খিৰিকীখন খুলি দিলে। বাহিৰত এখন নিৰ্মল আকাশ, জোনাকী নিশাৰ নিস্তব্ধতা আৰু বতাহত মিহলি হৈ অহা স্নিগ্ধতা। বুকুখন যেন প্ৰাণৱন্ত বতাহেৰে ভৰি গ'ল। হৃদয়ৰ সমস্ত অনুভূতি উজাৰ কৰি দি সি কৈ উঠিল—

"আঃ কি মধুৰ, কি আনন্দ!"

## ॥ সোতৰ ॥

মাছলন্দাক যেতিয়া কাৰাগাৰলৈ নিয়া হ'ল তেতিয়া ঘড়ীত দহ বাজিছে। বহুত দিন হ'ল তাইৰ খোজকঢ়া অভ্যাস নোহোৱা হৈছে— আজি তাই শিলানিয় বাটেৰে দহ মাইল খোজ কাঢ়িব লগা হ'ল। তাইৰ ভৰিৰ তলুৱা ফুটি গৈছে, বিষত তাই বৰ নোৱাৰা হৈছে। ইফালে তাই ভোকত মৰি যাওঁ মৰি যাওঁ। গোচৰ চলি থকা সময়ৰ বিৰতিত তাইক খাবলৈ দিয়া হৈছিল এখন শুকান ৰুটি আৰু এটা কণী। পানী এগিলাছো তাই খাবলৈ নাপালে।

আদালতৰ ৰায় শুনি প্ৰথমতে তাই ভাবিছিল—কিজানি তাইৰ শুনাত ভুল হৈছে। তাই কল্পনাও কৰিব পৰা নাছিল যে তাইৰ সশ্ৰম কাৰাদণ্ড হব। অথচ টেটুফালি চিঞৰি চিঞৰি তাই সেই দণ্ডাদেশ মানি লব লগা হ'ল। তাই যিটো দণ্ডাদেশ মানি লব লগা হ'ল সেই দণ্ডাদেশ জাৰি কৰাসকল বুঢ়া মানুহ নাছিল, সেই-সকল আছিল ডেকামানুহ— এই ডেকামানুহবোৰেই তাইৰ প্ৰতি চকু দিছিল প্ৰশ্ৰয়ৰ দৃষ্টিৰে। আদালতৰ বিৰতিৰ সময়ত তাৰেই বহুজনে একমাত্ৰ তাইক চোৱাৰ উদ্দেশ্যেৰেই বাৰে বাৰে তাইৰ সমু-খেৰে অহা-যোৱা কৰিছিল।

আদালতৰ পৰা জেললৈ আনিবলৈ সাজু কৰোঁতে এজন চকীদাৰে তাইৰ হাতত দিছিলহি তিনিকবল ধন। সেই ধনখিনি তাইক এজনীয়ে দিছিল হেনো তাইৰ বেশ্যালয়ৰ মালিকনী কিতাৰেজাই—তাইৰ প্ৰতি দয়া পৰবশ হৈ।

এতিয়া তাইক আনি সুমুৱালেহি নতুন কাৰাগাৰত। তাইৰ লগত কাৰাগাৰৰ একেটা কোঠালীতে আছে আৰু বাৰজনী তিৰোতা আৰু লগতে তিনিটি শিশু। শিশু কেইটা মাকৰ লগতে আছে। মাকজনী

[illegible]

কয়দীৰ জগৰ আছিল ঘৰত জুই দিয়া, জাৰজ সন্তানক পানীত পেলাই মৰা, গিৰিয়েকক বিহ খুৱাই হত্যা কৰা আদি বেলেগ বেলেগ। মাছলভাক শুবলৈ দিয়া চালপীৰাখনৰ ঠিক কাষৰজনীও ষোল বছৰীয়া বিবাহিতা ছোৱালী, দেখিবলৈ ধুনীয়া।

এজনী আছিল বুঢ়ী। তাই ৰাতিপুৱা আদালতত মাছলভাৰ লগত কথা পাতিছিল। বুঢ়ীৰ মুখত লাওপাত কচুপাত। গিৰিয়েকক কুঠাৰেৰে ঘপিয়াই মৰাৰ কাৰণে তাই ফাটেক খাটিছে। বুঢ়া মানুহ দেখি জেল কর্তৃপক্ষই তাইকে মহিলা ফাটেকৰ তদাৰকৰ দায়িত্ব দিছে। তাই জেলৰ ভিতৰতে চোৰাংকৈ মদ বেচে।

মাছলভাক ফাটেকৰ ভিতৰত সুমোৱাৰ লগে লগেই প্ৰায় আটাই-কেজনী ওচৰলৈ আহিল। বুঢ়ীজনীয়ে আশ্চৰ্য্য প্ৰকাশ কৰি ক'লে— "হায় ভগৱান—তই আকৌ জেললৈ আহিলি? আমি শুনিছিলো তোক বেকচুৰ খালাচ কৰি দিব। তোক তেতিয়াই কিমান কলো। - এজন ভাল উকীল ধৰ .... .... কি ৰায় দিলে সিহঁতে? নিৰ্বাসন?"

মাছলভাই উত্তৰ দিব নোৱাৰিলে। বুঢ়ীয়ে আকৌ সুধিলে "কেই বছৰ?"

"—চাৰি বছৰ।" তাই হুক-হুককৈ কান্দিবলৈ ধৰিলে।

চোৰাং মদ বেচা অপৰাধত অপৰাধীজনীয়ে সুধিলে, "ইমান কঠোৰ দণ্ড দিলে কিয়?"

বুঢ়ীয়ে লগে লগে কৈ উঠিল, "—কিয় দিলে? টকা নাই বুজিছ। টকা থাকিলে এনেকুৱা উকীল লগালেহেঁতেন যে সেইজন উকীলে তাইক খালাচ কৰি পেলালেহেঁতেন। আঃ সেই যে দাড়িয়ে-গোঁফে শকত উকীলজন! কি নাম—তেওঁক যদি লগাব পৰা গ'লহেঁতেন।"

সকলোৱে এজনীক 'সুন্দৰী' বুলি মাতে। তাই ক'লে "ইঃ সেইজন উকীলৰ কথা কৈছা খুড়ী, হাজাৰ কবল নহ'লে তুমি তেওঁৰ কাষেই চাপিব নোৱাৰা।" ইয়াৰ পিছতে ঘৰত জুই লগোৱা অপৰাধত জেল খোৱা বুঢ়ীজনীয়ে ক'লে, "দুখ নকৰিবি আই, পোৰা কপালত কি লেখা আছে তাক কেনেকৈ খণ্ডাবি? আমাৰ সিচিনা পোৰা কপাল

কৈ জন্তবোৰৰ বাবে দুটা বাস্তা খোলা—হয় মোৰ লাঠি খাই জিভা খুজি ফুৰিবি, নহয় জেলত পচি মৰিবি।"

## ॥ ওঠৰ ॥

পিছদিনা বাত্তিপুৱা টোপনিৰ পৰা উঠি নেথলিউদভে অনুভৱ কৰিলে যে তাৰ জীৱনত কিবা এটা ঘটিছে। এৰা, এতিয়া আৰু মিছাৰ আশ্ৰয় লোৱা নহব, আচল সত্যটো প্ৰকাশ কৰিবই লাগিব।

অলপ পিছতে নেখলিউদভে এখন চিঠি পালে। চিঠিখন আহিছে মেৰিয়াৰ পৰা। এৰা এইখন চিঠিকেই সি আশা কৰি আছিল। চিঠি-খনত প্ৰণয়িনী মেৰিয়াই লিখিছিল যে এই তাইৰ গিৰীয়েকৰ পৰা সম্পূৰ্ণকৈ মুক্ত হবলৈ বৈ আছে আৰু তাইক গ্ৰহণ কৰি নেখলিউদভে যেন ইমান দিনৰ আকাংক্ষিত বিবাহ-বন্ধনেৰে সুখী হয়।

চিঠি পাই সি ঠিক কৰিলে যে মেৰিয়াৰ গিৰীয়েকক সি সকলো কথা খোলোছাকৈ কৈ দিব। বেচেৰা মানুহজনে ঘৈণীয়েকে কৰি থকা গোপন প্ৰেমৰ কথা একো নাজানে।

তাৰ পিছত সি আকৌ ভাবিলে: এইবোৰ কথা জনাই মানুহ-জনক অশান্তি দিয়ে কিয়! অৱশ্যে তেওঁ যদি নিজে জানিবলৈ বিচাৰে তেন্তে জনোৱা হব পাৰে। আৰু ভাবিলে যে মিছিকো সি কথাবোৰ নকয়, অশান্তিও নিদিয়ে। কিন্তু ঠিক কৰিলে যে মিছিহঁতৰ ঘৰলৈ সি আৰু নাযায়। সি তাৰ মৰমৰ কাত্তিউছাক কিন্তু সকলো কথা ভাঙি-পাতি কৈ তাইক ক্ষমা খুজিব ........ তাইক সি বিয়া কৰাব।

বাত্তিপুৱাৰ ঘৰুৱা কাম কৰিবলৈ আহিছে সদায় অহা তিৰোতা-জনী। তাইক সি কৈ দিলে যে সিদিনাৰ পৰা তাই আৰু কাম কৰিব নালাগে। চাকৰ-চাকৰণীৰে ভৰা বিলাস-ভৱনত সি আৰু জীৱনৰ কটাব নোৱাৰে। তাইক আৰু জনাই দিলে যে সি [illegible]

[illegible]

এজোকাকৈ আনিব নালাগে। নালাগে তাৰ বায়েক। কাৰণাই বোলা লণ্ডৰাটোকো সি কবলৈ ক'লে যে সিও তাত থাকিব নালাগে— ছমাহৰ দৰমহা লৈ সিও যাওক। বেচেৰা কাৰণাই মানুহজন প্ৰভু ভক্তিত ইমান গদ্‌গদ্‌ যে নেখলিউদভে নিজৰ মুখেৰে কথাখিনি তাক কবলৈ নিজে বেয়া পাইছে।

যোৱাকালিৰ একেখন ঘোঁৰা গাড়ীৰে একেটা পথেৰে একেজন যাত্ৰী হৈ গৈ আছে নেখলিউদভ আজি আকৌ আদালত অভিমুখে। কালি আৰু আজিৰ মাজত যে তাৰ কিমান পাৰ্থক্য! নিজৰ ভিতৰতে যে এটা পৰিবৰ্ত্তন ঘটিছে সেই কথা ভাবি তাৰ কিন্তু আনন্দ লাগিছে।

সিদিনাও আদালতত আৰু এটা মোকৰ্দমা আছিল আৰু এজন জুৰি হিচাপে নেখলিউদভে তাত উপস্থিত হৈছিল। আগদিনাৰ দৰে আদালত বহিল, গোচৰ দাখিল কৰা হ'ল আৰু চৰকাৰী পক্ষৰ উকীলে যুক্তি যাস্তি ধৰি আছামীক দোষী বুলি অভিমত দিলে।

গোচৰটো আছিল এনেকুৱা: এজন বিশ বছৰীয়া ল'ৰাই এজন কাঠমিস্ত্ৰীৰে সৈতে এঘৰৰ দুৱাৰৰ তলা ভাঙি তাতে পৰি থকা কিছু-মান পাপুচ (চকীত পৰা গাদী) চুৰি কৰিছিল আৰু দুয়ো ভাৰ বান্ধি নিওঁতে পুলিচে পাই সিহঁতক ধৰি নিলে! পুলিচৰ হাজোতত কাঠ-মিস্ত্ৰীজন ঢুকাল আৰু এতিয়া সেই বিশ বছৰীয়া ল'ৰাটোক একমাত্ৰ আছামী বুলি গোচৰ তৰা হৈছে।

উক্ত গোচৰটোৰ সাক্ষ্য দিয়াজন আছিল এজন অতি বুঢ়া মানুহ। 'পাপুচ' কেইখন তাৰেই বুলি চিনাক্ত কৰিলে; আৰু তাৰ ঘৰতেই তলা ভাঙি চোৰে সেইবোৰ চুৰি কৰিছিল বুলিও ক'লে। লগতে ক'লে যে সেইবোৰ অলাগতিয়াল 'পাপুচ' এনেয়ে দম খাই পৰি আছিল। সি খোৱাখুলিকৈ ক'লে: আদালতলৈ সাক্ষ্য দিবলৈ আহি বৰ কষ্ট পাইছে। নলগা বিষয়টোত সি অনাহকতে জেপৰ পৰা পাঁচ কবল খৰচ কৰি সাক্ষ্য দিবলৈ আহিব লগা হৈছে। তাতকৈ সি যদি চোৰ দুটাই সেই জাবৰৰ দমটো চফা কৰা কামৰ বাবে সিহঁতকে কেইটকামান পুৰস্কাৰ হিচাপে দিলেহেঁতেন তাতো সি শান্তি পালেহেঁতেন।

কুৰি বছৰীয়া মৰম লগা আছামীজনক প্ৰশ্ন কৰাত সি তাৰ জবাবত স্বীকাৰ কৰি কৈছে যে সেইবোৰ সিহঁতে চুৰি কৰা কথা সঁচা। সি আৰু কাঠমিস্ত্ৰীজনে মালিকৰ কামৰ পৰা খেদা খাই অন্নৰ কাৰণে হাহাকাৰ কৰি ফুৰিলে আৰু অৱশেষত ৰব নোৱাৰি গাৰ কম্বলখনকে বিক্ৰী কৰি তাৰে মদ খালে। মদৰ নিচাত এনেকৈ তলা ভাঙি সেই 'পাপুচ'বোৰ নিয়াও সঁচা মদৰ নিচাত কি কৰি নিছে সিহঁতে কব নোৱাৰে। পুলিচৰ আগতো সিহঁতে সেই কথা স্বীকাৰ কৰিছে। চৰকাৰী উকীলৰ যুক্তি শুনি নেখলিউদভে বৰ নোৱাৰা হ'ল; সি সেই মৰম লগা আছামীজনলৈ চালে। তাৰ ভাব হল: "এই ল'ৰাটোক যোৱাকালিৰ আছামীজনীৰ নিচিনাকৈ বিপজ্জনক কৰি তোলা হৈছে।"

"সিহঁত বিপজ্জনক, আৰু আমি? আমি একোজন দুশ্চৰিত্ৰবান লম্পট, প্ৰতাৰক ........ যিসকলে আমাৰ স্বৰূপ জানে, সিসকলে আমাক ঘৃণা কৰা দূৰৰ কথা, আমাক সমীহহে কৰে।"

সকলোৱে দেখিছে—ই অতি সাধাৰণ ল'ৰা আৰু ঘটনাচক্ৰত এনে পৰিস্থিতিত পৰিছে। এনেবোৰ কাৰণতেই জন্ম হয় এনে ধৰণৰ লোকৰ। এনেহেন মানুহবোৰ যিবোৰ ঘটনাৰ প্ৰভাৱত নষ্ট হব ধৰিছে সেইবোৰ ব্যৱস্থাৰহে অদল-বদল কৰা উচিত আছিল। কিন্তু তাৰ পৰিৱৰ্তে আমি ওলোটাকৈ জপিয়াই পৰিছোঁ। সিহঁতৰ ওপৰতহে। গণিকালয়, মদৰ দোকান, ফেক্টৰী আদি যিবোৰ অনুষ্ঠানে এনেহেন অৱস্থাৰ সৃষ্টি কৰে সেইবোৰ ধ্বংস নকৰি আমি কৰোঁ। পৃষ্ঠপোষকতা, আৰু সেইবোৰকে সমাজৰ অপৰিহাৰ্য্যৰূপে উৎসাহ দিওঁ।"

সি আকৌ ভাবিলে: "চহৰত অসুস্থ, অস্বাস্থ্যকৰ পৰিৱেশত কাম কৰি ল'ৰাটোৱে যেতিয়া মদ খাই ব্যভিচাৰ কৰে থাবলৈ নাপাই লক্ষ্যভ্ৰষ্ট হৈ যেতিয়া অনাই-বনাই ঘূৰি ফুৰে ........ তেতিয়া আমি কিছুমান ধনী আৰু শিক্ষিত মানুহে এই আদালত-কক্ষত বহি চিন্তা কৰিছো নে -এই ল'ৰাটিৰ দুৰৱস্থাৰ কাৰণবোৰ আঁতৰকিয়া কৰা যায় কেনেকৈ? তাৰ ভুলবোৰ যায় কেনেকৈ?"

[illegible]

নেথলিউদভে এই চিন্তাতে বুৰ গৈ আছিল, আদালতত কোনে কি যুক্তি দিছিল সেইবোৰ সি শুনা নাছিল।

তাৰ অসহনীয় হ'ল। বিচাৰৰ নামত যি ভয়ংকৰ আৰু জঘন্য নিৰ্বুদ্ধিতাৰ প্ৰকাশ দেখা যায় সেইবোৰত যোগদান কৰাটো তাৰ পক্ষে আৰু সম্ভৱ নহ'ল।

মাছলভাৰ সম্পৰ্কত দিয়া ৰায়ৰ বিৰুদ্ধে আপীল কৰিবলৈ গৈ সি ৰাতিপুৱাৰে পৰা উদগ্ৰীৱ হৈ আছে। কিন্তু তাৰ আগতে সি এবাৰ তাইক লগ পাব লাগে।

সি এডভোকেট জেনেৰেলৰ পৰা এখন অনুমতি পত্ৰ লৈ মাছলভাক সাক্ষাৎ কৰিবলৈ জেললৈ গ'ল যদিও নোৱাৰিলে। কয়দীক লগ পোৱা সময় তেতিয়া পাৰ হৈ গৈছিল।

সি ঘৰলৈ উভতি নাহিল।

## ॥ উনৈশ ॥

মাছলভাৰ টোপনি অহা নাই। তাই ধৰফৰাই আছে লেতেৰা চালপীৰাখনৰ ওপৰত। বহুত ঘটনাই এটা এটাকৈ পাৰ হৈ যাব লাগিছে তাইৰ মনৰ মাজেদি। তাই এবাৰ তাইৰ ভৱিষ্যতৰ সুখ বুলি এটা কথা ভাবিলে—তাই বিয়া কৰালে কেনে হয়? এদিন নহয় এদিনতো কিবা এটা কৰিবই লাগিব! জেলত কাম কৰা কেৰাণী, ৱাৰ্ডাৰ অথবা ভেনেহেন কাম কৰা কাৰোবাৰ লগত বিয়াত বহিব পৰা যাবনে বাৰু!

"সকলো পুৰুষৰে একে ধাতু। কেৱল চাব লাগিব—সি যেন বেমাৰী নহয়। বেমাৰী হলেই সৰ্বনাশ।"

তাইৰ মনেদি বহুত কথা পাৰ হবলৈ ধৰিলে। তাইক দেখিলে [illegible] বৰ বেয়াৰা হয়। এনেকি কতিৰ দোকানীয়েও তাইক দিয়ে এখন কটি বেছিকৈ; হাকিম, উকীল, কেৰাণী সকলোৱেও তাইৰ প্ৰতি

লোভ প্ৰকাশ কৰি যায়। আজি আদালতলৈ যোৱাৰ বাটত, আদালতৰ বাৰান্দাত, আদালতৰ ভিতৰত সকলোবোৰতে মানুহবোৰৰ সেই একে দৃষ্টি তাইৰ ওপৰত। লগতে বহুজনৰ কথাই তাইৰ মনত পৰি গ'ল; নপৰিল কেৱল নেখলিউদভৰ কথা। এবা, তাৰ স্মৃতিক তাই কাহানিবাই বিসৰ্জন দিছে। সেই স্মৃতি অতি বেদনাদায়ক। আজি আদালতত্তো তাই নেখলিউদভক চিনিব পৰা নাছিল। তাই যেতিয়া তাক পাইছিল তেতিয়া সি আছিল সাজে-পাৰে সামৰিক বাহিনীৰ লোক, মুখত দাড়ি গোঁফ আছিল .... ....। আৰু এতিয়াৰ সেইজন মানুহ প্ৰৌঢ়; মুখত দাড়ি গোঁফ পিন্ধন-উৰণ আৰু খোজ-কাটলত জমিদাৰী আদব কায়দা। তাইৰ পেটত এটি সন্তান ৰোপণ কৰি থৈ সি আৰু দেখা নিদিলে। বহুত চেষ্টা কৰিও আজি অন্তদিনে তাই তাক দেখা পোৱা নাই। এবাৰ নেখলিউদভে বেলেগৰে পিটাৰ্চবুৰ্গলৈ বাটেদি সোমাই যাবৰ বাবে পেহীয়েকে তালৈ এখন চিঠি দিছিল। উত্তৰত সি জনাইছিল যে এটা বিশেষ জৰুৰী কামত সি চিধাই যাব লাগিব; সেই কাৰণে সি বাটতে বৈ সোমাই যাব নোৱাৰিব। তাক এবাৰ দেখা পাবৰ কাৰণে অধীৰ হৈ থকা কাত্তিউছাই তাক বেল ষ্টেচনলৈ নিজে গৈ এবাৰ চাব খুজিছিল। সেইমতে গৃহস্থনী দুজনী শুই পৰা অৱস্থাতে নিশা দুই বজাত তাই মনে মনে অন্ধকাৰ ভেদ কৰি পথকয়া আলিৰে খোজ কাটি কাটি বেল ষ্টেচন পাইছিলগৈ। বুকুত এক অদম্য কামনা—এবাৰ তাক দেখে, এবাৰ কথা পাতে, এবাৰ কয় যে তাৰ ঔৰষত তাই পেটত এটা সন্তান ধাৰণ কৰিছে।

তাই বেল ষ্টেচন পায়গৈ মানে ইতিমধ্যে বেলগাড়ী আহি ষ্টেচনত বৈ আছে। তেতিয়া বেলখন এৰিবৰ সময় হৈছিল। তা. দৌৰি দৌৰি বিচাৰি বিচাৰি এবাৰ দেখা পালে—প্ৰথম শ্ৰেণীৰ ডবাত নেখলিউদভে তাৰ বন্ধুৰ লগত তাছ খেলি চিগাৰেট আৰু মদ খাই মত্ত হৈ আছে। তাই অধীৰ আগ্ৰহেৰে খিৰিকীত টুকিয়ালে বহুবাৰ। এবাৰ তাৰ বন্ধু এজন আগবাঢ়ি আহিল, অলপ পিছতে নেখলিউদভেও চাবলৈ উঠি আহিছিল; পিছে ইতিমধ্যে বেলে গতি কৰিছে—তাৰ পিছত এজন

খজিবে ৰেলখনে দৌৰিবলৈ ধৰিলে। কিন্তু আৱেগত অধীৰ কাতিউছাই কথা নোৱাৰাকৈয়ে ৰেলৰ পাছে পাছে দৌৰি গৈ থাকিল তাইৰ মৰমৰ ডেকাজনক চাবলৈ .... ।

তাই বৈ গ'ল। তাৰ পিছত কাতিউছাৰ কিবা হিংসা লগা যেন হ'ল হব পায়। তাই মনতে ভাবিলে—সিতো ৰেলৰ ডবাত আৰামত বহি বন্ধু-বান্ধৱৰ লগত হাঁহি-ধেমালিত মত্ত হৈ আছে; আৰু মই—মই থিয় হৈ আছো অন্ধকাৰ আকাশৰ তলত, বতাহ বৰষুণ আৰু বোকাৰ মাজত থিয় হৈ কান্দি কান্দি।

তিতি-বুৰি বোকাই-মাটিয়ে লুতুৰি-পুতুৰি হৈ তাই যে সেই গভীৰ নিশা ঘৰলৈ এবাৰ উভতি আহিল, তেতিয়াৰে পৰা কাতিউছাৰ মনৰ ভিতৰখন ওলট পালট হৈ গ'ল আৰু পৰিণামত জন্ম হ'ল আজিৰ এই-জনী মাছলভাৰ। এটা সময়ত তাক তাই ভাল পাইছিল, আৰু ভাল পাইছিল তাইও; সেইকথা তাই জানে। জানে কাৰণেই তাইৰ আজি আৰু দুখ কৰিবলৈ নাই। নেখলিউদভে তাইৰ দেহা সম্ভোগ কৰি তাইক বৰ্জন কৰিছে, লাঞ্ছিত কৰিছে তাইৰ অনুভূতিক। তথাপি এতিয়ালৈকে যিমান পুৰুষক তাই লগ পাইছে তাৰ ভিতৰতে কিন্তু নেখলিউদভ সৰ্বোত্তম। বাকী সকলোবোৰ বেয়া। এতিয়ালৈকে বহুতে তাইক বহুত ধৰণেৰে ব্যৱহাৰ কৰিছে; কোনোৱে তাইক লৈ ধন ঘটিছে, তাইক সম্ভোগ কৰিছে অসংখ্যজনে -বয়সীয়াল পুলিচ অফিচাৰৰ পৰা আৰম্ভ কৰি জেলৰ ৱাৰ্ডাৰলৈকে। পৃথিৱীত ভোগৰ বাহিৰে আৰু যেন একো নাই। সেইকাৰণে এবাৰ সেই বয়স্ক লিখকজনক তাই খোলাখুলি কৈ দিছিল যে ইন্দ্ৰিয়ৰ পৰিতোষেই হৈছে জীৱনৰ তৃপ্তি—তাতেই কাব্য আৰু নন্দনতত্ত্বৰ চৰম বিকাশ ঘটিছে।

নেখলিউদভৰ ভাবনাক তাই কাহানিবাই বিসৰ্জন দিছে—কাহানিবাই।

পিছদিনা খাতিপুৰা খবৰ পাই তাই চক খাই উঠিল -তাই এতিয়া এজনী 'দণ্ডিতা কয়দী'। ঘৰটোৰ চাৰিওফালে এবাৰ চকু ফুৰাই

চালে। কয়দীবোৰৰ সকলোৱে সাৰ পাইছে। জেলৰ কৰ্মচাৰীসকলো অ হি কামত লাগিছে।

মাহুলভাই চুলি আৰু গাৰ কাপোৰ সংযত কৰি ল'লে। কাৰা-গাৰৰ পালকজন আহি কয়দীসকলক শাৰী কৰাই হাজিৰা গণনা কৰিলে। তাৰ পিছত সিহঁতক শাৰী পাতি আগবাঢ়ি যাবলৈ দিলে গীর্জাৰ ফালে। অন্য জেলৰ পৰাও পুৰুষ আৰু মহিলা কয়দীবোৰক শাৰী কৰাই অনা হৈছে গীৰ্জালৈ। তাত সকলোকে থিয় কৰাই লৈ ধৰ্ম যাজকসকলে প্ৰাৰ্থনাত নেতৃত্ব লৈছে।

॥ বিশ ॥

নেখলিউদভে তাৰ ফিটন ঘোঁৰাগাড়ীখন জেলৰ দুৱাৰ মুখলৈ পোনে পোনেই নিনি জেলৰ কাষৰ ৰাস্তাৰ ওঁজটোৰে ৰাখিলে। জেলৰ সম্মুখত বহুলোকৰ সমাগম। সকলোৱে নিজৰ নিজৰ সম্পৰ্কিত কয়দীক দেখা কৰিবলৈ আহিছে। মানুহবোৰে প্ৰত্যেকে নিজৰ নিজৰ নাম এজন কাৰাৰক্ষীক কৈ গৈছে আৰু কাৰাৰক্ষীয়েও তাৰ নোটবুকত নামবোৰ ভৰ্তি কৰি গৈ আছে। নেখলিউদভেও তাৰ নামটো ভৰ্তি কৰাই মাহুলভাক যে দেখা কৰিব খোজে সেই কথাও ক'লে।

কয়দীক দেখা কৰিবলৈ অহা বেছিভাগৰে পকন-উৰণ নিকৃষ্ট ধৰণৰ। তাৰ চকুত পৰিল এখন ঘোঁৰাগাড়ীত উঠি আহিছে এহাল তৰুণ তৰুণী; সাজ-পোচাক চাই নেখলিউদভক কিবা সুধিছেহি। সি ক'লে যে সিও নতুনকৈ অহা, কথাটি কব নোৱাৰিব। সি নাম ভৰ্তি কৰি থকা কাৰাৰক্ষীজনলৈ আঙুলিয়ালে।

বহুতপৰ অপেক্ষা কৰাৰ পিছত এটা সময়ত কাৰাগাৰৰ প্ৰকাণ্ড লোৰ দুৱাৰখন খোলা হ'ল। দুৱাৰখনৰ সোঁমাজতে আৰু এখন সৰু দুৱাৰ। সেই দুৱাৰেদি ওলাই আহিল এজন বিষয়া আৰু তেওঁৰ পাছে

পাছে এজন কাৰাৰক্ষী। নোটবুক লৈ থকা ইজন কাৰাৰক্ষীয়ে দৰ্শনাৰ্থী-সকলে সেই দুৱাৰেদি ভিতৰলৈ প্ৰৱেশ কৰিব পাৰে বুলি ঘোষণা কৰিলে আৰু গণি গণি এজন এজনকৈ মানুহক সুমুৱাই দিলে। তেনে-কৈয়ে নেখলিউদভো সোমাল। মানুহৰ হেঁচাহেঁচিত সি ভিতৰটোৰ একো ধৰিব নোৱাৰে। আসন্ন সাক্ষাৎকাৰৰ কথা ভাবি তাৰ মনত এটা লাজ আৰু কোমল আৱেগ। তদুপৰি দুটি পৰস্পৰ বিৰোধী অনুভূতি: আতংক আৰু কৰুণা। আতংক হৈছে এই জেলত থকা বহুত দুষ্কৃতিকাৰী বন্দীৰ কথা ভাবি, আৰু কৰুণা হৈছে কাতিউছা আৰু ধঁপাত ফেক্টৰীৰ সেই কুৰি বছৰীয়া ল'ৰাটিৰ কথা ভাবি। সিহঁতে বিনা দোষত হৈছে এইখন জেলৰ কয়দী।

দৰ্শনাৰ্থীসকলৰ চিঞৰ-বাখৰত তাৰ কাণ তাল মাৰি ধৰিছে। প্ৰথমতে ধৰিবই পৰা নাছিল এই চিঞৰ বাখৰ কেলেই। পিছতহে দেখিলে যে যিটো ঘৰত কয়দীৰ লগত দেখা হব সেই ঘৰটো লোৰ জালেৰে দুভাগ কৰা। এই বেৰ এখন নহয়—দুখন। জালৰ দুইবেৰৰ মাজত তহল দি আছে কাৰাৰক্ষীসকল। সিখন জালৰ সিপাৰে বন্দীসকল আৰু ইখন জালৰ ইপাৰে দৰ্শনাৰ্থীসকল। ব্যৱস্থাটো এনেধৰণৰ এই কাৰণে যে দৰ্শনাৰ্থীয়ে কয়দীৰ মুখখনহে দেখিব আঁতৰৰ পৰা আৰু কথাও কব লাগিব চিঞৰি চিঞৰি। গতিকেই তাত চিঞৰ-বাখৰ আৰম্ভ হৈছে। কাৰোবাৰ কথা যে তেওঁৰ কয়দীজনে শুনিছে সেইকথা কব নোৱাৰি।

নেখলিউদভে যেতিয়া বুজিলে যে এনে অৱস্থাৰ মাজতে সিও কথা পাতিব লাগিব তেতিয়া তাৰ বৰ খং উঠিল ব্যৱস্থাটোৰ ওপৰত। খঙত তাৰ সৰ্বশৰীৰ জ্বলি উঠিল। এনেহেন ভয়ংকৰ পৰিস্থিতিত মানুহৰ অনুভূতিৰ ওপৰত এনেভাবে আঘাত লৈ মানুহে কিয় অপমানিত বোধ কৰা নাই? কোনেও এই ব্যৱস্থাৰ বিৰোধিতা কৰা নাই কিয়? সকলোৱে এইটোকে স্বাভাৱিক বুলি মানি লৈছে কিয়?

তাৰ মনটো এক অদ্ভুত বিষাদেৰে ভৰি পৰিল। নিজে নিজৰ শক্তিহীনতাৰ কথা অনুভৱ কৰিলে আৰু অনুভৱ কৰিলে যে অন্যান্য সকলৰ লগত তাৰ অমিল এইখিনিতেই।

"কিন্তু মই আজি যি কামটো কৰিবলৈ আহিছোঁ সেইকামটো কৰিবই লাগিব"—মুখৰ ভিতৰতে নিজে কৈ গ'ল।

চাৰিওফালে সি এবাৰ ঘূৰি চালে। দেখে—এজন বিষয়া ওচৰতে আছে। তেওঁৰ ওচৰলৈ গৈ বিনম্ৰভাবে ক'লে, "ক্ষমা কৰিব, মই মহিলা কয়দী এজনীক লগ পাব খোজো। অনুগ্ৰহ কৰি লগ পোৱাৰ সুবিধাটি কৰিলে বৰ কৃতাৰ্থ হওঁ।"

বিষয়াজনে এজন কাৰাৰক্ষীক মাতি আনি ক'লে 'এখেতক মহিলা কয়দীৰ ফালটো দেখুৱাই দে।"

কাৰাৰক্ষীজনে সেইমতে লৈ গ'ল। গৈ দেখে যে তাতো সেই একে অৱস্থা আৰু দেখা কৰাৰ ব্যৱস্থাও একে ধৰণৰ। পাৰ্থক্য মাত্ৰ এয়ে যে তাত মহিলা কয়দী কম কাৰণে দৰ্শনাৰ্থীও কম।

নিজৰ নিজৰ কয়দীবোৰৰ লগত দৰ্শনাৰ্থীবোৰে চিঞৰি চিঞৰি কথা পাতি আছে।

কিন্তু মাছুলতা ক'ত? ইফালে সিফালে চাই থকা দেখি এজন কাৰাৰক্ষীয়ে সুধিলেহি—

'আপুনি কাক বিচাৰিছে?"

"ইয়াকাতেৰিণা মাছুলভাক।"

কাৰাৰক্ষীজনে চিঞৰি মাতিলে, "মাছুলভা, তোক দেখা কৰিবলৈ কোনোবাজন আহিছে।"

চাৰিওফালে চকু ঘূৰাই মাছুলভা আহি জালৰ ওচৰত থিয় হ'ল। দুজনী কয়দীৰ মাজত নিজৰ কাৰণে ঠাই উলিয়াই লৈ প্ৰশ্নসূচক বিস্ময়েৰে চাই ৰ'ল কিছুপৰ নেখলিউদভৰ ফালে। চিনিব পৰা নাই। সাজ-পোছাক চাই তাই বুজিলে যে কোনোবাজন ধনবান মানুহেই আহিছে। মুখত তাইৰ হাঁহি বিৰিঙি উঠিল —সুধিলে;

"আপুনি মোক দেখা কৰিবলৈ আহিছে নেকি?"

"হয় মই আহিছো তোমাক দেখা কৰিবলৈ।"

ওচৰত থকা কয়দীজনীৰ চিঞৰত মাছুলভাই কথাখিনি ভালকৈ শুনা নাছিল।

উদ্ধাৰ/ন/২

নেখলিউদভে পুনৰ চিঞৰি ক'লে, "হয় মই আহিছো মোৰ কৰ্তব্য কৰিবলৈ, মই মোৰ দোষ স্বীকাৰ কৰিবলৈ।"

তাৰ কান্দোন ওলাব খুজিছিল।

মাছলভাই এই উত্তেজিত মুখখন দেখি তাক চিনি পালে। তাইৰ চকুমুখ ৰঙা পৰি উঠিল। বিষাদকাতৰ হৈ তাই ক'লে,

"—নাই, মই চিনি পোৱা নাই।"

'মোক তুমি ক্ষমা কৰা, "তোমাৰ প্ৰতি মই ভীষণ অন্যায় কৰিছো।"

জালৰ বেৰৰ মাজেৰে কথা কোৱাত অসুবিধা হোৱাটো মন কৰি আছিল জেলৰ সেই বিষয়াজনে। তেওঁৰ কিবা বেয়া লাগিছে—মানুহ জনৰ অৱস্থা দেখি। তেওঁ মানুহজনক একলায়াকৈ মাতি নি কয়দী-জনীৰ সৈতে কথা পতাৰ সুবিধাটি কৰি দিলে।

নেখলিউদভ ওচৰ চাপি গ'ল। ক'লে, "মই তোমাৰ ওচৰত ক্ষমা বিচাৰি আহিছো। মই জানো যে মোক ক্ষমা কৰাটো তোমাৰ বাবে বৰ টান কাম হব।'

"—মোক কেনেকৈ বিচাৰি পালা?"

"পৰহি বিচাৰত এজন জুৰি ময়ো আছিলো—চিনি পাইছিলা?"

"—নাই পোৱা। মই কালৈকো চোৱাও নাছিলো।"

"এটা যে সন্তান জন্মিছিল, ক'ত আছে?"

"—নাই মৰিছে। মই নিজেও তেতিয়া মৰিবলৈ ওলাইছিলো।"

"সেইহঁতে তোমাক এৰি দিলে কিয়?"

"—ল'ৰা-ছোৱালী থকা তিৰোতাক কোনোবা মালিকে জানো ৰাখে?"

মাছলভাই মুঠেও ভবা নাছিল যে নেখলিউদভৰ লগত আকৌ দেখা দেখি হব -বিশেষকৈ ইয়াত এনেদৰে। তাইৰ মনত পৰি গ'ল সেই তৰুণ প্ৰেমিকৰ নিষ্ঠুৰতাৰ কথা।

তাই আকৌ ক'লে, "সেইবোৰ কথা ভাবি আৰু লাভ নাই; মই এতিয়া সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিতা কয়দী।"

"মই জানো তোমাৰ কোনো দোষ নাছিল।"

—দোষী নহয় বুলি কোনে নাজানে? মই চোৰ নে ডকাইত নে ......?"

'এজন ভাল উকীল ধৰি আপীল কৰাৰ কথা ভাবিছো। মই সাধ্যমতে কৰিম।"

তাই তাৰ মুখৰ পিনে চাই থাকিল। তাৰ পিছত ক'লে, 'মই এটা অনুৰোধ কৰোঁ—ৰাখিবা? মোক দহ কবল ধন দি সহায় কৰিবা?"

সি তাৰ জেপৰ পৰা দহ কবলৰ নোট এখন তাইলৈ গুপুতে আগবঢ়াই দিলে। তাই হাত মেলি লৈয়েই কোনেও নেদেখাকৈ ককালত খুঁচি ল'লে।

নেখলিউদভে তাইৰ ফালে চাই চাই বিয়াৰ প্ৰস্তাৱ দিব খুজিছিল, কিন্তু নিদিলে। মাত্ৰ ক'লে, মই তোমাক মোৰ ভনীতকৈও ভাল পাওঁ কাতিউছা।"

তাই তাৰ মুখলৈ চাই ৰ'ল।

সি আকৌ ক'লে, "মই আকৌ আহিম।" সি হাতখন তাইলৈ মেলি দিলে। তাইও হাতখন আগবঢ়াই দিলে। দুয়োখন হাতৰ আঙুলিয়ে দুয়োখন হাত চুলে।

প্ৰথম সাক্ষাতত নেখলিউদভে উপলব্ধি কৰিলে যে তাৰ কাতিউছা এতিয়া কাতিউছা হৈ থকা নাই—তাইৰ নাম এতিয়া মাছলভা হৈছে। কথা-বতৰাবো পৰিবৰ্তন ঘটিছে। এই পৰিবৰ্তনত সি হ'ল বিস্মিত, আতংকিত। গণিকা বৃত্তিলৈ তাই অকনো লাজ কৰা নাই; বৰং যেন তাই পৰিতৃপ্তহে। তাই আজি নতুন সত্য এটা উদ্ঘাটন কৰিছে; মানুহে যি কামতেই প্ৰতিষ্ঠিত নহওক কিয়—নিজৰ বৃত্তি ব্যৱসায় আৰু কৰ্মত গুৰুত্ব দিয়াটোহে হৈছে উত্তম কথা। যিয়ে যি বৃত্তিক লৈ থাকে সেই বৃত্তিতেই তেওঁৰ কাম সন্মানীয়। নিজৰ এই জীৱন-দৰ্শনক ভিত্তি কৰি তাই ...

কাৰণে সহজাত প্ৰবৃত্তিৰ বশ হৈ তেওঁলোকে সকলো প্ৰকাৰৰ মানুহৰ মাজত বিচৰণ কৰি ফুৰিব পাৰে। চুৰি, ডকাইতি আৰু ৰতিক্ৰিয়াত পাৰদৰ্শিনী গণিকাসকলে নিজৰ নিজৰ ক্ষেত্ৰত ডাঙৰ বুলি যেতিয়া গৌৰৱ কৰে তেতিয়া আমি আচৰিত হওঁ; কাৰণ আনবোৰ মানুহ সেই চক্ৰৰ বাহিৰত। সেই সকলে অন্যগোষ্ঠীবোৰৰ মাজতো বিচৰণ কৰে কাৰণে সিহঁতৰ পৰিধিও ডাঙৰ আৰু আমাৰ নিচিনা মানুহবোৰে সিহঁতে বিচৰণ কৰা গোষ্ঠীৰ অন্তৰ্ভুক্ত।

এই জীৱন-দৰ্শনকে লৈ মাছলভাই তাইৰ স্থান নিৰ্বাচন কৰি লৈছে। তাই কাৰাদণ্ড লাভ কৰা এজনী বেশ্যা হব পাৰে; কিন্তু তাইৰ জীৱনৰ কাৰণে অধিকাৰ কৰা স্থানৰ বাবে তাই কেৱল তৃপ্তিয়েই লাভ কৰা নাই, তাই গৰ্বিতও হৈছে।

মাছলভাৰ ধাৰণা যে শিক্ষিত, অশিক্ষিত সকলো ধৰণৰ মানুহে মোহিনী ৰমণীসকলৰ যৌনতৃপ্তি কামনা কৰে আৰু সেই কামনা পূৰণ কৰোঁতাজনী হ'ল সমাজৰ এগৰাকী বিশিষ্টা নাৰী; আৰু সেই কাৰণেই তাই সমাজৰ কাৰণে প্ৰয়োজনীয়। তাইৰ নিজৰ অতীত আৰু বৰ্তমানে সেই কথাকে প্ৰমাণ কৰিছে।

এয়েই হৈছে মাছলভাৰ জীৱন-দৰ্শন। সেই দৃষ্টিকোণৰ পৰা তাই বুজিছে যে তাই নিকৃষ্ট জীৱ নহয়; বৰং বিশিষ্ট আৰু প্ৰয়োজনীয়। সেই কৰ্মৰ পৰা আঁতৰি অহা মানেই তাইৰ সেই বৈশিষ্ট্যও শেষ হব। অকল এইটো কাৰণতেই মাছলভাই জোৰ কৰি তাইৰ বালিকা জীৱনৰ কথা আৰু নেথলিউডভৰ লগত প্ৰথম প্ৰেমৰ স্মৃতিকণা সম্পূৰ্ণভাৱে মচি পেলাবলৈ যত্ন কৰিছে। গতিকে আজিৰ দিনৰ নেথলিউডভ তাইৰ ওচৰত আৰু সেইজন ব্যক্তি নহয়। আজি সি এজন ধনবান আৰু সম্ভ্ৰান্ত ভদ্ৰলোক মাথোন।

সি ভাবিলে: "আচল কথাটো তাইক কোৱা নহ'ল। তাইক যে মই বিয়া কৰাব খুজিছোঁ সেইবাৰ কথা তাইক কব নোৱাৰিলেও কিন্তু কব লাগিব।"

ইতিমধ্যে কাৰাৰক্ষীসকলে দৰ্শনাৰ্থীসকলক ঢোকাই যাবলৈ কৈছে। দৰ্শনৰ সময় পাৰ হবৰ হৈছে। নেথলিউডভকো সেই কথা জনালে।

॥ একৈশ ॥

নেখলিউদভে ঠিক কৰিছিল যে চাকৰ-বাকৰ সকলোকে বিদায় দি ঘৰটো কাৰোবাক ভাড়ালৈ দি সি নিজে অন্য ঠাইলৈ গুচি যাব। কিন্তু তাৰ পৰিচাৰিকাজনীয়ে বুজাই ক'লে যে জহকালি কোনো মানুহে ভাড়ালৈ ঘৰ লবলৈ নাহে। তাৰ উপৰি তেওঁতো কৰবাত নহয় কৰবাত থাকিবই লাগিব আৰু ঘৰৰ বস্তু বাহানিও কৰবাত ৰাখিব লাগিব।

নেখলিউদভে ভাবিলে ঃ মাছলভাৰ গোচৰটো শেষ নোহোৱালৈকে এতিয়াই জীৱনধাৰাৰ পৰিবৰ্ত্তন কৰি কোনো লাভ নাই। অৱশ্যে তাৰ অসুবিধাও হব বহুত। যদি মাছলভাই মুক্তি পায়, নাইবা তাই যদি দেশৰ পৰা নিৰ্ব্বাসিত হয় তেন্তে সিওতো তাইৰেই লগ লব লাগিব। এই দুবিধৰে কিবা এবিধ হব; তেতিয়া দেখা যাব।

সি আগৰ কথামতে উকীল ফানাৰিণৰ ঘৰলৈ গ'ল। উকীলে তাক অন্য এটা কোঠাত বহুৱালেনি। ইতিমধ্যে উকীলজনে মোকৰ্দমাৰ আপীলৰ খচৰাখন প্ৰস্তুত কৰি ৰাখিছিল। নেখলিউদভক বহুৱাই লৈ তেওঁ এখন কাগজ উলিয়ালে। তেওঁ যি কেইটা যুক্তি দাঙি ধৰি আপীলটো কৰিব খুজিছে সেইখিনি পঢ়ি শুনালে। যুক্তি কেইটা আছিল চমুকৈ এনে ধৰণৰ :

(১) মৃত স্মেলকোভ নামৰ সদাগৰজনৰ অন্ত্ৰাদি পৰীক্ষাৰ মেডিকেল ৰিপোৰ্ট পাঠ কৰাত প্ৰধান বিচাৰপতিয়ে বাধাদান কৰিছিল; সেইবাবে সেই ৰিপোৰ্ট আদালতত উত্থাপিত হোৱা নাই;

(২) মাছলভাৰ বিবাদী পক্ষৰ কথাৰ উত্তৰ দিওঁতে তাইৰ অধঃপতনৰ কাৰণ স্পষ্টভাৱে এটা এটাকৈ দৰ্শাব খুজিছিল। তেতিয়া প্ৰধান বিচাৰপতিয়ে তেওঁক সেইকথা কবলৈ নিদিলে। মামলাৰ বিচাৰপতিয়ে কৈছিল যে মূল বিষয়ৰ পৰা আঁতৰি কেৱল অন্য অবান্তৰ

[illegible]

প্ৰসংগ উত্থাপন কৰা নহয়। এই ক্ষেত্ৰত চিনেটৰ সুচিন্তিত অভিমত এই যে ফৌজদাৰী গোচৰৰ আছামীৰ দায় দায়িত্ব নিৰূপণৰ সহায়ক হিচাপে অপৰাধীৰ চৰিত্ৰ বিশ্লেষণ আৰু সাধাৰণভাৱে তেওঁৰ নৈতিক দৃষ্টিভঙ্গী বিচাৰ কৰি চোৱাটো অতি যুক্তিযুক্ত কথা হব লাগে ;

(৩) প্ৰধান বিচাৰপতিয়ে জুৰিসকলৰ আগত গোচৰৰ বিষয়ে সম্পূৰ্ণ বিবৃতি দিয়াৰ সময়ত ফৌজদাৰী দণ্ডবিধিৰ .... ধাৰা লংঘন কৰিছিল ; কাৰণ আইনমতে অপৰাধৰ সঠিক দণ্ড কেনেকুৱা হব পাৰে সেই কথা জুৰিসকলক জনোৱা নাই। তেওঁ কোৱা নাই যে মাছুলভাই বিষ প্ৰয়োগৰ কথা স্বীকাৰ কৰা সত্বেও হত্যাৰ দোষত মাছুলভাক দোষী নকৰা অধিকাৰো জুৰিসকলৰ আছিল ; যিহেতু স্মেলকোভক হত্যা কৰাৰ অভিপ্ৰায় নাছিল গতিকে জুৰিসকলে ৰায় দিব পাৰিলে-হেঁতেন যে একমাত্ৰ অসাৱধানতাৰ কাৰণেহে ছোৱালীজনী দোষী। তাইৰ অসতৰ্কতাৰ বাবে সদাগৰজনৰ মৃত্যু হৈছিল হয়. পিছে তাইৰ সেয়া অভিপ্ৰায় নাছিল ; আৰু

(৪) জুৰিসকলে আদালতৰ প্ৰশ্নৰ উত্তৰত কোৱা কথাত আছিল পৰস্পৰবিৰোধী মত। মাছুলভাৰ বিৰুদ্ধে অভিযোগ হৈছে যে এক-মাত্ৰ অৰ্থলাভৰ প্ৰলোভনৰ স্বাৰ্থতহে স্মেলকোভক বিহ 'খুৱাই' হত্যা কৰা হৈছে ... অৰ্থলিপ্সা অবিহনে তাইৰ কোনো উদ্দেশ্য থাকিব নোৱাৰে। অথচ জুৰিসকলে ৰায় দিওঁতে কৈছেই যে অৰ্থ অপহৰণ নাইবা মূল্যবান বস্তু আত্মসাৎ কৰাৰ অভিপ্ৰায় মাছুলভাৰ নাছিল। ইয়াৰ দ্বাৰা বুজা যায় যে জুৰিসকলে মাছুলভাক নৰহত্যাৰ দায়ৰ পৰা অব্যাহতি দিব খুজিছিল। প্ৰধান বিচাৰপতিৰ বিবৃতিৰ অসম্পূৰ্ণতাৰ বাবেহে ভুল বুজাবুজি হল আৰু জুৰিসকলে ৰায়দান কৰিবৰ সময়ত এই মত যথাযথভাৱে পেচ কৰিব নোৱাৰিলে। গতিকে এই ৰায়দান প্ৰসংগত জুৰিসকলৰ একান্ত উচিত আছিল আদালত-বিধিৰ ৩৯৬ আৰু ৮০৮ ধাৰা প্ৰয়োগ কৰা। সেই অনুমতি দান কৰাটো প্ৰধান বিচাৰ-পতিৰ পক্ষে উচিত আছিল, জুৰিসকলক এই ভুলটো দেখুৱাই দিয়া আৰু আছামীৰ অপৰাধৰ প্ৰশ্নটো পুনৰ বিবেচনা কৰি স্থিৰ সিদ্ধান্তলৈ অহাটো।

গোটেই খচৰাটো বিশদভাৱে পঢ়ি প্ৰতিটোৱে যুক্তি বহলাই উকীলজনে ক'লে. "এতিয়া গোটেই আপীলটোৰ ফলাফল নিৰ্ভৰ কৰিব চিনেটসকলৰ ওপৰত।"

তেওঁ নেখলিউদভক চিনেটৰ সদস্যসকলকো লগ ধৰাৰ কথা ক'লে।

"চিনেটৰ সদস্যকেইজনমানক মই চিনি পাওঁ।"

"—তেতিয়া হ'লে পলম নকৰিব। কিন্তু এতিয়া এই কাগজখনত চহী কৰিব কোনে?"

"মই ভাবো মাছলভাই চহীটো নিজে কৰা উচিত। ময়েই চহীটো কৰাই আনিব পাৰিম।"

উকীলৰ মাচুল এহেজাৰ ৰুবল দি নেখলিউদভে কাগজখন ল'লে। আচামীজনীক কাৰাগাৰত লগ ধৰি চহী আনিবৰ কাৰণে অনুমতি ল'বলৈ সি উপ-ৰাজ্যপালৰ ওচৰলৈ গ'ল। এইবাৰ চহী অনাৰ অজু-হাতত অন্ততঃ তাইক আৰু এবাৰ লগ ধৰিব পাৰিব আৰু এই কামৰ বাবে দৰ্শনাৰ্থীসকলৰ বাবে নিৰ্দিষ্ট দিনটোলৈকো সি এইবাৰ অপেক্ষা কৰিব নালাগিব।

## ॥ বাইশ ॥

জেলখানাৰ চ'ৰাঘৰত নেখলিউদভে বহুপৰ ধৰি অপেক্ষা কৰি আছে। আহিয়েই সি কৰ্তব্যত থকা চিপাহীজনক এডভোকেট জেনেৰেলৰ পৰা অনা অনুমতি পত্ৰখন দেখুৱালে।

"—আপুনি কিছুপৰ অপেক্ষা কৰিব লাগিব; ইন্সপেক্টৰজন জেলৰ ভিতৰত এটা কামত ব্যস্ত হৈ আছে।"

ইন্সপেক্টৰজন জেলৰ ভিতৰত এটা কামত ব্যস্ত হৈ আছিল। তেওঁৰ ব্যস্ততা 'হুকুম কৰাটো' বেতেৰে কোবাব লাগে। সেই হুকুম তামিল কৰা কামত তেওঁ তদাৰক কৰি আছিল। বেতেৰে 'কোবাই' শাস্তি দিব লগা আচামী দুজনৰ

এজন আছিল সেই চঞ্চল ডেকা ল'ৰাজন—বৰ মৰম লগা সাহসী আৰু অন্যায়ৰ বিৰুদ্ধে মাতমতা ল'ৰাজন। কয়দীবিলাকে তাক বৰ ভাল পায়। বাহিৰৰ কোনো মানুহে গম নোপোৱাকৈ সিহঁতক নি মহিলা জেলৰ এটুকুৰা ঠাইত শাস্তি বিহি আছিল। গতিকে চিপাহীজনে ক'লে, "তেখেত কিবা এটা কামত ভীষণ ব্যস্ত হৈ আছে।"

অলপ পিছতে এজন চাৰ্জেণ্ট আহিল; চাৰ্জেণ্টজনক দেখিলেই ভয় লাগে। সিজনৰ পিছতে আহিল ইন্সপেক্টৰজন। বৰ ক্লান্ত হৈ কেঁপাই জোপাই আহিছে। নেখলিউদভে তেওঁক দেখি থিয় হ'ল কাগজখন চালে আৰু পিছত এজন চিপাহীক ক'লে, "মহিলা-জেলত থকা মাছলভাক ইয়ালৈ মাতি আন।"

চিপাহীজন গ'ল। ভাগৰত ক্লান্ত ইন্সপেক্টৰজনে ক'লে, 'আপুনি মোৰ লগত আহক।"

তেওঁৰ পাছে পাছে গ'ল নেখলিউদভ। এটা বৰ থিয় আৰু ঠেক খটখটিয়েদি দুয়ো গৈ ওপৰৰ এটা সৰু কোঠালীত যাহল। কোঠালীটো ঠেক; এখন সৰু মেজ—তাত চকীও দুখন নে তিনিখন।

ইন্সপেক্টৰে ক'লে, "বুজিছে, এই চাকৰী আৰু নকৰো নকৰো লাগিছে। বিবেকৰ বিপৰীতে বহুত কাম কৰিব লগা হয়; অথচ নিজে কয়দীবিলাকক কষ্ট নিদিয়াকৈ ৰাখিব খোজো-নোৱাৰো। পেটৰ দায়তহে চাকৰী কৰি আছো, বুজিছে?'

নেখলিউদভে দেখিলে—মানুহজন কঠোৰ নহয়, তেওঁৰ এটা ভাল বিবেক আছে আৰু সহানুভূতিশীলো।

অলপ পিছতে মাছলভাক লগত লৈ চিপাহীজন সোমাই আহিল। নেখলিউদভক দেখি তাইৰ মুখত বিৰিঙি ওলাল এটা হাঁহি। সোমায়েই ক'লে, "ভালনে?"

জেপৰ পৰা উকীলে খচৰা কৰি দিয়া আপীলৰ দৰখাস্ত খন উলিয়াই টেবিলত থৈ ক'লে, "ইয়াতে তোমাৰ এটা চহী লাগে।"

তাই হাঁহিলে খিচিককৈ। ইন্সপেক্টৰে কলম এটা উলিয়াই দিলে। নেখলিউদভে দেখুৱাই দিয়া ঠাইতে মাছলভাই এটা চহী দি

উঠি এবাৰ নেখলিউডভৰ মুখৰ ফালে চাই পুনৰ মিচিকিয়াই হাঁহি দিলে।

"তোমাৰ লগত মই অলপ কথা পাতিবলগীয়া আছে।" —নেখলিউদভে ক'লে। সিহঁতক কথা পাতিবৰ সুযোগ এটা দি ইন্স্‌পেক্টৰজন অন্য কোঠালৈ গ'ল। কাষৰ চকীখনত বহি তাই ক'লে,

" কোৱা।"

নেখলিউদভৰ পৰম মুহূৰ্ত্তো এইবাৰ সমাগত। বহুত বছৰৰ মূৰত সি এয়া একেবাৰে ওচৰৰ পৰা দেখিছে তাইৰ মুখখন। সি স্পষ্টভাৱে দেখিলে—তাইৰ চকু আৰু ওঠত বয়সৰ চাপ পৰিছে। তাৰ মায়া লাগি গ'ল।

"—এই আপীল নামঞ্জুৰ হ'লে আমি সম্ৰাট বাহাদুৰৰ ওচৰত আপীল কৰিম। মূঠতে আমি কৰিব পৰাখিনি কৰি চাওঁ।"

"--তোমাক মই আৰু এটা অনুৰোধ কৰিব খোজো। আমাৰ জেলত এজনী নিৰ্দোষী তিৰোতাই দ'ৰা-ছোৱালীক লৈ জেল খাটিছে। ঘৰত জুই লগোৱা বুলি মিছা অপৰাধ জাপি দিয়াত তাই বেচেৰী এতিয়া জেলত। তোমাৰ লগত মোৰ পৰিচয়ৰ কথা জানি তাই মোক ক'লে—'এবাৰ মোৰ কথাটিও কবাচোন, তেখেতে কিবা কৰিব পাৰেইবা?' নামটি তাইৰ মেনচোভ।"

"—মই চেষ্টা কৰি চাম বাৰু। কিন্তু তোমাক মোৰ নিজৰ কথা এটা কবলৈহে আহিছোঁ। মোৰ পাপ হৈছে আৰু মই সেই পাপৰ প্ৰায়চিত্ত বিচাৰো। এই প্ৰায়চিত্ত বিচাৰো কেৱল কথাৰে নহয় কামেৰে।" হঠাৎ যেন কিবা এটা আতংকৰ ছাঁয়াই তাৰ গোটেই মুখমণ্ডল আৱৰি পেলালে।

"—কি কৈছা তুমি?"

"—মোৰ ভাৰ হৈছে ঈশ্বৰক সাক্ষী কৰি মই এই দায়িত্ব পালন কৰিবই লাগিব।"

"—ঈশ্বৰ? এইজন ঈশ্বৰক তুমি আকৌ ক'ত পালা? বৰ উঠিছে? ঈশ্বৰ—ঈশ্বৰ! সেইজন ঈশ্বৰলৈ তেতিয়া তোমাৰ মনত পৰা নাছিলনে?

[illegible]

মইতো বাৰ আচামী, হত্যাকাৰিণী ; আৰু তুমি হলা সম্ভ্ৰান্ত ভদ্ৰলোক —প্ৰিন্স। মোৰ নিচিনা মানুহজনীক চুই তুমি নিজকে নঙঠা কৰা কিয় !

নেখলিউদভৰ সমস্ত শৰীৰটো যেন কঁপিবলৈ ধৰিলে। অলপ শান্ত হৈ সি ক'লে, "যিমান পাৰা গালি পাৰি থাকা। মই কিমান অনুতপ্ত সেই কথা তুমি নুবুজিবা।"

"—তুমি তাহানিখন মোক উপভোগ কৰি হাতত গুজি দিছিলা এশ টকাৰ নোট। তোমাৰ ওচৰত মোৰ মূল্য সেই এশ টকাই নহয়নে ? এতিয়া তুমি আৰু সেইখন খেল খেলিব নোৱাৰিবা।"

"কাতিউচা !"- একপ্ৰকাৰ চিঞৰাৰ নিচিনাকৈ মাছলভাৰ হাত খনত ধৰি ক'লে।

"- এৰি দিয়া তুমি ; তুমি এতিয়া যোৱা ... । ইহ-জনমত মোৰ দেহ সম্ভোগ কৰি উঠি তুমি এতিয়া পৰজনমৰ মুক্তিৰ কথা ভাবিছা নেকি ?"

তাই তলমূৰ কৰি থাকিল কিছুপৰ। তাৰ পিছত তাই দুয়োখন হাতেৰে তাৰ হাত দুখনত জোৰেৰে হেঁচা মাৰি ধৰি কান্দি দিলে।

"—মই তোমাক বিয়া কৰাম।"

"—মই তোমাৰ পৰা একো বিচৰা নাই।" তাই ক'লে।

নেখলিউদভৰ চকুৱেদি পানী বাগৰিবলৈ ধৰিলে। হেন সময়তে চিপাহীজন আহি ওলাল আৰু ক'লে, "আপোনালোকৰ সময় হৈছে, এতিয়া যাওক।"

"নেখলিউদভে ক'লে, "মই কালিলৈ আকৌ আহিব পাৰো নেকি চেষ্টা কৰি চাওঁ।"

জেলৰ ভিতৰত মাছলভাই একেথৰে চাই বহি থাকিল—তাইৰ অন্তৰত এক অন্তৰ্দ্বন্দ্ব : বেচেৰা মানুহজনে অন্তৰত যন্ত্ৰণা ভুগিছে।

বহুপৰ ধৰি তন্দ্ৰাচ্ছন্ন হৈ মাছলভাই সেই পুৰণি জগতখনত বিচৰণ কৰিবলৈ ধৰিলে ... ... ।

জেল-অফিচৰ পৰা ওলাই নেখলিউদভে ভাবিছে: কি এক নিদাৰুণ আঘাত দিছে সেইজনী তিৰোতাৰ অন্তৰত। সি আজি অত্যন্ত আতংকগ্ৰস্ত; ইয়াৰ পিছত আৰু তাইক পৰিত্যাগ কৰা নহ'ব। কিন্তু সি ধাৰণা কৰিব পৰা নাই—দুজনৰ মাজত পাৰস্পৰিক সম্পৰ্কই কোন ঠাইত স্থিতি লবগৈ?

সি বাট লৈছে। এনে সময়তে এজন কাৰাৰক্ষী আহি তাৰ কাষত থিয় হ'ল। চিপাহীজনৰ মুখত এক ৰহস্যৰ ভাব।

“ -ডাঙৰীয়া আপোনাক এজনী ৰাজনৈতিক বন্দীয়ে এই চিঠিখন দিছে। মই গোপনে আনিছোঁ; মনুষ্যত্বৰ খাতিৰত আনি দিছোঁ গোপনে

নেখলিউদভে চিঠিখন ল'লে। চিপাহীজনলৈ চালে। সি ধৰিব নোৱাৰিলে যে সি এজন কাৰাৰক্ষীও আৰু চোৰাংচোৱাও। চিঠিখন পেন্সিলৰে লিখা! আখৰবোৰ অতি স্পষ্ট। তাত লিখা আছে:

“আপুনি মাজে সময়ে জেলখানালৈ আহে বুলি শুনিছোঁ। আপুনি অনুগ্ৰহ কৰি মোক এবাৰ দেখা কৰিলে ভাল পাওঁ। আপুনি সাক্ষাতৰ বাবে অনুমতি বিচাৰিলেই পাব। আগতে মোক আপুনি এবাৰ সহায় কৰিছিল; আহিলে মই আপোনাক আমাৰ দলৰ বিষয়ে বহু কথা কব খুজিছোঁ। নমস্কাৰ গ্ৰহণ কৰিব। ইতি—বগদুখোভস্কায়া।”

বহুত ভাবি ভাবি এই ছোৱালীজনীৰ কথা সি মনত পেলালে। বহুত বছৰ আগেয়ে এবাৰ ভালুক চিকাৰলৈ যাওঁতে ধৰ্ম যাজকৰ ছোৱালী এজনীয়ে তাক লগ ধৰিছিল। লগ ধৰি তাই জনাইছিল যে বিশ্ববিদ্যালয়ত ভৰ্তি হবৰ কাৰণে তাই অনুমতি লব লাগে। অনুমতি লওঁতে টকা দিব লাগে। টকাখিনি তাই যোগাৰ কৰিব পৰা নাই। তাক অনুৰোধ কৰি কৈছিল, “ভালুক চিকাৰ কৰি আপুনি ইয়াৰ মানুহবিলাকক মদ খাবলৈ বহুত টকা দিয়ে, সেই টকা অযথা যায়। মোক যদি সহায় কৰিলেহেঁতেন! সেই টকা আপোনাৰ অযথা

নাযায়; বৰং ভাল কামত লাগিছে বুলি এদিন আপুনি ভাবিব পাৰিব। পাৰিলে সেই টকা এদিন মই আপোনাক ঘূৰাই দিম।"

নেখলিউদভৰ মনত পৰিছে সি তেতিয়া তাইক আশী কবল ধন দিছিল।

নেখলিউদভে স্পষ্টকৈ বুজি পালে যে সেইজনী ছোৱালীয়েই নিশ্চয় বিপ্লৱীদলত যোগদান কৰি এতিয়া জেল খাটিছে। সি ঠিক কৰিলে যে তাইক সি সাক্ষাত কৰিব— বিশেষকৈ সি যেতিয়া মাছলভাৰ কাৰণেই এনে ধৰণৰ সহায় কৰাটোও বিচাৰে।

## ॥ তেইশ ॥

মাছলভাক লগ ধৰিবলৈ নেখলিউদভে এটা নতুন ব্যৱস্থা কৰিব লগা হ'ল। অন্ততঃ ভালকৈ কথা পাতিবৰ কাৰণেই তাইক একেবাৰে কাষতে পাব লাগে। মাছলভাৰ লগতে আৰু লগ ধৰিব লাগে মাছলভাই কোৱা সেই বুঢ়ীজনীক আৰু জেলৰ পৰাই তালৈ চিঠি দিয়া সেই ছোৱালীজনীক।

জেলৰ দায়িত্বত তাৰ এজন চিনাকি বন্ধু আছে। তেওঁৰ নাম মাছলেন্নিকভ। সেনাবাহিনীত দুয়ো একেলগে কাম কৰিছিল। নেখলিউদভে তেওঁক লগ ধৰি কথাৰ্ষিনি ক'লেগৈ। সি আৰু ক'লে যে কয়দীকেইজনীক সি জেলখানাৰ অফিচত বহি লগ ধৰি কথা পতাৰ সুবিধাটি কৰি দিব পাৰে। এনেয়ে কয়দীক লগ ধৰি কথা পতাৰ যি ব্যৱস্থা সেই ব্যৱস্থাতে ভালকৈ কথা পাতিব পৰা নাযায়।

উপ-ৰাজ্যপালজন সন্মত হ'ল। তেওঁ অনুৰূপে জেলৰ ইন্সপেক্টৰ-জনলৈ অনুমতি পত্ৰ লিখি দিলে।

উপ-ৰাজ্যপালজনৰ সহৃদয়তাক ধন্যবাদ জনাই নেখলিউদভ জেলৰ কাৰ্য্যালয়লৈ আহিল। আৰু উপ-ৰাজ্যপালে দিয়া অনুমতি পত্ৰখন জেলৰ ইন্সপেক্টৰজনক দিলে।

কাগজখন পঢ়ি ইন্সপেক্টৰজনক কিবা বিৰক্ত হোৱা যেন লাগিল। তেওঁ ক'লে, 'মাহলভাক আপুনি লগ ধৰিব নোৱাৰে।"

"—কাৰণ?"

"—কাৰণ আপুনি ইয়াৰ আগতে আহি তাইক হাতে হাতে টকা দিছিল। সেই টকাৰে তাই ইচ্ছামতে মদ খালে আৰু তাই মতলীয়া হ'ল। কয়দীৰ হাতত তেনেকৈ টকা-পইচা দিয়া নিষেধ। তাতকৈ টকাখিনি আপুনি মোৰ হাতত দি গলেও মই তাইক চাইচিতিহে দিলোঁহেঁতেন। এতিয়া তাইৰ ওপৰত আমি কড়া নজৰ ৰাখিছোঁ।"

নিৰুপায় যেন হৈ নেখলিউদভে সুধিলে, "ৰাজনৈতিক কয়দী বগহুভস্কায়াকো লগ ধৰিব নোৱাৰিম নেকি?"

"পাৰিব। সিজনী কয়দী অলপ দূৰৈত আছে। আপুনি ৰওক মই মাতি পঠাওঁ।"

"ভাল বাক। সিজনী আহি পায় মানে মইচোন মেনচোভদেৰ বোলা বুঢ়ী কয়দীজনীৰ লগতে অলপ কথা পাতিব পাৰো।"

ইন্সপেক্টৰে এজন অফিচাৰক মাতি আনি বুঢ়ী গৰাকীৰ ওচৰলৈ নেখলিউদভক লৈ যাবলৈ নিৰ্দেশ দিলে। এটা কৰিডৰ পাৰ হৈ আৰু এটা সৰু কৰিডৰ।

দুয়ো সোমাই গ'ল। তাৰ পিছত আৰু এখন দুৱাৰেদি সোমাই বুঢ়ী মানুহজনীক মাতি অফিচাৰজনে ক'লে

"এখেত আহিছে তোৰ গোচৰৰ খা-খবৰ লবলৈ।"

বুঢ়ীজনীয়ে মানুহজনৰ ফালে একান্তমনে চালে। নেখলিউদভে খিৰীকীখনৰ একেবাৰে ওচৰলৈ গ'ল আৰু ক'লে, "তোমাৰ কথা মোক এজনে কৈছে। গোটেই ঘটনাটো মই জানিব খোজো।"

অফিচাৰজন অলপ আঁতৰি গ'ল। সি চাৰিওফালে এবাৰ চকু ফুৰাই চালে।

বহুত সৰণৰ কয়দী। তাৰ মাজতে আছে এজন ধুনীয়া ডেকা ল'ৰা। বেচেৰাই গা লৰাব নোৱাৰি সুদা চাজলীৰাখৰৰ ওপৰতে পৰি আছে। ল'ৰাটোক সোধাত সি ক'লে যে তাৰ নৱ-বিবাহিতা পত্নীক কৌশল কৰি ওচৰৰে এখন হোটেলৰ মালিকে ভুলাই নিছিল।

বহুতবাৰ অনুৰোধ কৰাতো সি তাইক এৰি নিদিয়ে। "খঙতে গালি পাৰিলো। সি তাৰ চাকৰ লগাই মোক মৰালে।"

"তাৰে পিছদিনা হোটেলখনত জুই লাগিল। হোটেলৰ মালিকে মইহে ঘৰত জুই লগালোঁ বুলি পুলিচত গোচৰ দিলেগৈ। ঘৰটি হেনো ইন্সিওৰ কৰা আছিল। টকা পাবৰ কাৰণে নিজে নিজৰ ঘৰত জুই লগাই দি দোষটো জাপি দিলে মোৰ ওপৰত।" তাৰ লগতে তাৰ মাক—সেই বুঢ়ীজনীকো একে অভিযোগেৰে অভিযুক্ত কৰিছিল।

"—সঁচা কৈছানে?"

"—ভগবানক সাক্ষী কৰি কৈছো মই তাত নাছিলোঁৱেই। পাৰিলে মোক অলপ সহায় কৰক ডাঙৰীয়া।"

"—ভাঙি নপৰিবা, কি কৰিব পাৰি মই চাওঁ।"

ইতিমধ্যে অফিচাৰজন আহি তাৰ কাষত থিয় হলহি আৰু সুধিলে "কথা পতা হলনে?"

সিহঁত জেলখানাৰ অফিচলৈ উভতিল। ইন্সপেক্টৰজন কিবা কামত ব্যস্ত হৈ আছিল। নেখলিউদভক দেখিয়েই তেওঁ ক'লে, "ইস, ক্ষমা কৰিব; মই পাহৰিয়েই আছিলোঁ। আপুনি অলপমান বহক, মই মাতি অনাওঁ।"

## ॥ চব্বিশ ॥

জেল অফিচৰ কোঠালী দুটা। প্ৰথমটোত আছে কয়েদীসকলৰ উচ্চতা জুখিবলৈ এপাত স্কেল আৰু তাৰে এটি কোণত আছে যীশুখৃষ্টৰ এটি বৃহদাকাৰৰ বিগ্ৰহ। বিগ্ৰহটো দেখিলেই এনে ভাব হয় যে যিবোৰ মানুহে যীশুৰ বাণী নুশুনি বা উপহাস কৰি অন্য মানুহক তাড়না দি থাকে সেইবোৰ মানুহক চাবৰ কাৰণে যীশু তাতে বৈ আছে। আনটো কোঠালীত বহি আছে কুৰিজনমান পুৰুষ আৰু মহিলা। মাজতে টেবিলখন সমুখত লৈ বহি আছে ইন্সপেক্টৰজন।

মানুহবোৰে তেওঁক ঘেৰি আছে। তাৰে ভিতৰত আছে এজনী সৰু ছোৱালী। তাৰ মাক ৰাজবন্দীনী। মাকৰ লগতে তাইও আছে জেলত। দৰ্শনাৰ্থীক দেখা কৰিবলৈ সেই মানুহখিনিৰ কাকো অনা হৈছিল। নেখলিউদভে মৰমতে ছোৱালীজনীক মাতিব খুজিছিল।

"মাৰিয়া, এইজনীক লৈ যোৱা।" ইন্সপেক্টৰজনে কথাষাৰ এনেভাবে প্ৰকাশ কৰিলে যেন ছোৱালীজনীৰ লগত কথা পতাটো নেখলিউদভৰ কাৰণে নিয়ম বৰ্হিভূত কথা।

মাৰিয়া প্ৰাভলনা বোলা সুন্দৰী ছোৱালীজনীক দেখি নেখলিউদভ আকৰ্ষিত হ'ল। ৰাজবন্দীনী মাৰিয়াই কথা পাতিব খুজিছিল নেখলিউদভৰ লগত ; ইন্সপেক্টৰজনে বাধা দি ক'লে, "মাৰিয়া, অপৰিচিত লোকৰ লগত কথা পাতিব নোৱাৰে বুলি কব লাগে নেকি ?"

ভদ্ৰমহিলাই ক'লে, "হব বাৰু কথা নাপাতো।" তাৰ পিছত ইন্সপেক্টৰজনে নেখলিউদভক ক'লে যে এগৰাকী ৰাজনৈতিক বন্দীক চাইবেৰিয়াৰ জেললৈ পঠোৱা হব।

নেখলিউদভে বেছিপৰ অপেক্ষা কৰিব নালাগিল। কণচুখোতকাৰো ওলাই আহিল আৰু সুধিলে, "অ' আপুনি আহিছে? আপুনি তেনেহলে মোক পাহৰা নাই।"

"—এনেভাবে যে লগ পাম এই কথা মই ভবাই নাছিলোঁ। ভালনে ?"

তাই নিজে নিজেই কবলৈ আৰম্ভ কৰিলে : ৰাজনৈতিক আদৰ্শ আৰু নীতিৰ কেনেকৈ প্ৰচাৰ হয়, সংগঠন কিয় ভাঙি যায়, দল-উপদল শ্ৰেণী সংঘ আদি কিয় হয় ইত্যাদি কথাবোৰক লৈয়ে তাই ব্যস্ত তাইৰ কথা বতৰাৰ ধৰণ-কৰণ দেখি এনেহে অনুমান হল তাই যেন পৃথিৱীৰ সমস্ত মানুহে ব্যৱহাৰ কৰা কথা আৰু শব্দবোৰৰ অৰ্থ বুজি পায় আৰু সকলো বিষয়ৰ তাৎপৰ্য্যৰ কথাবোৰ জানে। যেন নিজকে তাই কিবা এটা ডাঙৰ কামত উচৰ্গা কৰি ধন্য হব খোজে। কিন্তু সেই বৃহৎ কামটো কি সেই সম্পৰ্কে তাইৰ যেন কোনো পৰিষ্কাৰ ধাৰণা নাই।

ছোৱালীজনীয়ে নেখলিউদভক বিচাৰিছিল শুস্তভা নামেৰে তাইৰ একনী বান্ধৱীৰ স্বাৰ্থত। বেচেৰী কোনো দল-উপদলত নাছিল, অথচ পাঁচ মাহ আগতে তাইক গ্ৰেপ্তাৰ কৰি আনি জেলত ৰাখিছে। তাইৰো মুক্তিৰ কাৰণে কিবা এটা কৰে। তাই আৰু ক'লে যে তাইৰ একজন বন্ধুকো একেদৰেই বন্দী কৰি ৰাখিছে—তাৰো মুক্তিৰ কাৰণে মাননীয়জনে কিবা এটা কৰিব পাৰে নেকি চাব লাগে। নেখলিউদভে ক'লে, "মই পাৰোমানে যত্ন কৰিম।"

ছোৱালীজনীয়ে নিজৰ কথাও ক'লে: তাই আছিল প্ৰশিক্ষাৰ্থী ধাত্ৰী। তেতিয়াই সোমাল পাৰ্টিত; জীৱনত সেয়ে প্ৰথম। প্ৰচাৰ কাৰ্য্য চলাওঁতে পুলিচে তাইকো গ্ৰেপ্তাৰ কৰিলে।

"মোকো নিৰ্বাসন দণ্ড দিছে। তাৰ কাৰণে মই আনন্দিত। মই এতিয়া তৃতীয় মাৰ্গ গ্ৰহণ কৰিছোঁ।" জেললৈ আহি তাই যে একন চৰুৱাক গুলিয়াই মাৰিছে সেইকথাও স্বীকাৰ কৰিলে।

দৰ্শনৰ সময় পাৰ হোৱা বুলি ইন্সপেক্টৰে সঁকিয়াই দিলে। কয়দী বোৰ ভিতৰ সোমালগৈ।

ইন্সপেক্টৰে নেখলিউদভক ক'লে, "মাছলভাক যদি দেখা কৰিব খোজে তেন্তে কালিলৈ এবাৰ আহক।" ইয়াৰ পিছত মাছলভাক কেনেকৈ জেল হাস্পতাললৈ স্থানান্তৰ কৰিব পাৰি নেকি সেই বিষয়েও আলোচনা কৰিলে। আৰু লগতে ক'লে যে পাছপোৰ্ট নোহোৱাৰ অপৰাধত অপৰাধী কৰি জেলত ত্ৰিশজনৰো অধিক কয়দীক এনেয়ে ৰাখি থৈছে। সেইসকলকো খালাচ কৰিব পাৰি নেকি সেই বিষয়েও আলোচনা কৰিলে।

## ॥ পঁচিশ ॥

পিছদিনা নেখলিউদভে উকীল কানাৰিণৰ ওচৰলৈ গৈ খালাচ কৰাৰ বিষয়ে অনুৰোধ কৰিলে। তেওঁ যেন এইখিনি কাম হাতত

লয়। উকীলজনেও আগ্ৰহ প্ৰকাশ কৰি ক'লে যে মোকৰ্দমাটোত তেওঁ ওকালতি কৰিব আৰু তাৰ বাবে তেওঁ কাৰো মাচুলো নলয়। নেখলিউদভৰ বৰ ভাল লাগিল।

আজি উপ-ৰাজ্যপালৰ ঘৰত আহাৰ কৰিবলৈ নিমন্ত্ৰণ আছিল নেখলিউদভৰ। সি ভোজলৈ গৈ দেখিলে যে তাত ব্যৱহৃত কেথা-জনো; তাৰে ভিতৰত আছে কৰছাপিনাও।

সি মিছিলৈ এবাৰ ভালকৈ চালে; তাইক আজি বৰ ধুনীয়া লাগিছে। মিছিয়েও হাঁহি হাঁহি সম্ভাষণ জনালেহি নেখলিউদভক। তাই ক'লে, "মোক এবাৰ দেখা কৰি নোযোৱা জানো?"

নিমন্ত্ৰিত আলহীসকলৰ লগত ব্যস্ত উপ-ৰাজ্যপালজন। সুযোগ বুজি নেখলিউদভে এবাৰ ক'লে, "মই অলপ সুকীয়াকৈ লগ ধৰিব খোজো।"

"—বলা সিটো কোঠালৈ।"

দুয়ো গ'ল।

"মই তোমাক সেই ছোৱালীজনীৰ কথা কব খুজিছো। মাছলভাৰ কথা। তাইক যদি তুমি হাস্পাতালৰ এজনী পৰিচাৰিকা হিচাপে ব্যৱস্থা কৰি দিলাহেঁতেন। শুনিছো যে তেনে ব্যৱস্থাও কৰিব পাৰি। বেচেৰী একেবাৰে নিৰপৰাধী; অথচ তাই জেলৰ কয়দী হৰ লগাত পৰিছে।"

"মই চাওঁ যত্ন কৰি। কামটো হব বুলি আশা কৰিব পাৰা।"

আৰু এটা কথাৰ কাৰণে অনুৰোধ কৰো। জেলত আৰু এজ ত্ৰিশজন মানুহ আছে। সিহঁতৰ পাছপোৰ্টৰ ম্যাদ উকলি যোৱাৰ কাৰণে যোৱা এমাহ ধৰি সিহঁত বন্দী হৈ আছে। সিহঁতৰ অন্য কোনো অপৰাধ নাই।"

"—তুমি কেনেকৈ জানিলা?"

"—মই গৈছিলো। এজন কয়দীক দেখা কৰিবলৈ। উভতি আহোঁতে সেই মানুহবোৰে মোক ঘেৰি ধৰি কৈছিল।"

"মই বাক চাম, মই বাক আজিয়েই সেইখিনি কৰাই দিম।"

পিছদিনা।

নেথলিউদভে মাছলেন্নিকভৰ পৰা এখন চিঠি পালে। মাছলভাক হাস্পতালত এজনী পৰিচাৰিকা হিচাপে নিয়োগ কৰিবলৈ নিৰ্দেশ দিছে বুলি জনাই লিখা সেইখন চিঠি।

চিঠি পাই নেখলিউদভৰ বৰ আনন্দ লাগি গল। মাছলভাৰ কাৰণে অলপ হলেও সি অন্ততঃ কিবা এটা কৰিব পাৰিছে। বেচেৰী মানুহজনীৰ অৱস্থাটোৰ কথা ভাবি তাৰ দুখ লাগি যায়। তাইক এধান-মান সহায় কৰি দিব পৰাটো তাৰ কাৰণে কিমানযে আনন্দদায়ক কথা।

মানুহৰ মনত এটা ভুল ধাৰণা আছে। তেওঁলোকৰ প্ৰতিজনেই ভাবে যে তেওঁলোকৰ প্ৰত্যেকেই একোটা বিশেষ গুণ বা বৈশিষ্ট্য থকা প্ৰাণী। ভাবে কোনোবাজন দয়ালু, কোনোবাজন নিষ্ঠুৰ; কোনোবা জন আকৌ বিজ্ঞ, কোনোবাজন নিৰ্বোধ। কোনোজন হয়তো উদ্যোগী, কোনোজন বা আকৌ উদাসীন ... ইত্যাদি। প্ৰকৃতপক্ষে মানুহ বোলা প্ৰাণীটো তেনেকুৱা বিশেষ একো নহয়। এজন মানুহৰ বিষয়ে আমি কব পাৰো যে গুণত তেওঁ সদায় দয়ালু—কেতিয়াবাহে নিষ্ঠুৰ; বেছি-ভাগ সময়তে তেওঁ বিজ্ঞ, কাচিৎহে নিৰ্বোধ; বেছিভাগ সময়তে তেওঁ উদ্যমী, কেতিয়াবাহে উদাসীন। অথবা কথাটো ওলোটা ভাবেও কব পাৰি। কিন্তু কাৰোবাক যদি দয়ালু বা বিজ্ঞ, আৰু অন্য কাৰোবাক নিষ্ঠুৰ অথবা নিৰ্বোধ বুলি কওঁ তেতিয়া হলে প্ৰকৃততে সঁচা কথা কোৱা নহব। তথাপিতো আমি এনেদৰেই মানুহক শ্ৰেণীভুক্ত কৰি

আছিছো। আচলতে মানুহ এখন নদীৰ দৰে—কেতিয়াবা তেওঁ বিস্তৃত, কেতিয়াবা সংকীৰ্ণ, কেতিয়াবা খৰস্ৰোতা আৰু কেতিয়াবা স্থিৰ, কেতিয়াবা স্বচ্ছ আৰু কেতিয়াবা ঘোলা, কেতিয়াবা হয়তো চেঁচা আৰু কেতিয়াবা উষ্ণ। এইবোৰ কাৰণতে মানুহক চিনা বৰ টান কাম।

আদালতৰ বিচাৰ আৰু কাতিউছাৰ লগত প্ৰথম সাক্ষাতৰ পিছতে এটা নতুন জীৱনৰ আনন্দ আৰু উল্লাসত নেখলিউদভৰ সমস্ত হৃদয় পৰিপ্লুত হৈ উঠিছিল। কিন্তু হঠাতে সেই স্থান ল'লে আতংক আৰু অনীহাই। সি সংকল্প কৰিছে যে কাতিউছাক সি পৰিত্যাগ নকৰে; আৰু তাই যদি বিচাৰে তেন্তে সি তাইক বিয়া কৰাব।

ইন্সপেক্টৰৰ পৰা অনুমতি লৈ নেখলিউদভে কাতিউছাক দেখা কৰিলে। তাঁৰৰ বেৰখনৰ দুয়োকালে দুয়ো মুখামুখীকৈ থিয় হ'ল। তাইৰ মুখত শান্তভাব আৰু চকুত যেন কিবা লাজ আৰু ভয়।

"মোক ক্ষমা কৰিবা ইভানভিচ, মই পৰহি দিনা তোমাক বৰ বেয়াকৈ ক'লো।"

নেখলিউদভ মনে মনে থাকিল।

"—ক্ষমা কৰাৰ অধিকাৰ মোৰ নাই।"

"মোক তুমি এৰি দিয়া ইভানভিচ।"

"-কিয়?"

"দিবই লাগিব।"

"—কিন্তু কিয়?"

তাই চকুৰে চাই আকৌ ক'লে, 'কিয় নহয়, সেইটো কৰিবই লাগিব। মই সঁচা কথাকে কৈছো। মই কোনোমতে নোৱাৰোঁ।"

তাৰ পিছত তাই কিবা ভৱাৰ নিৰ্চিনা কৰি উঠি আকৌ ক'লে, 'মই কৈছো—মই নোৱাৰো; নহলে মই চিপজৰী লগাই মৰিম।'

নেখলিউদভে বুজিলে যে এই প্ৰত্যাখানৰ পিছত ঘৃণা আৰু ক্ষোভ মিহলি হৈ আছে সঁচা; কিন্তু তাৰ লগতে মিহলি হৈ আছে আৰু এটা কথা—যিটো সম্ভ্ৰম আৰু গুৰুত্বপূৰ্ণ। সি গম্ভীৰতাৰে ক'লে,

"কাতিউছা মই তোমাক আগতে কোৱাখিনিকে কওঁ—মই তোমাক

বিয়া কৰাৰ খোজো ; তুমি যদি নিবিচৰা তেন্তে মই আগতে কোৱাৰ দৰে তুমি যতেই থকাগৈ মন্যো তাতেই থাকিমগৈ ।"

"—সেইটো তোমাৰ ইচ্ছা ।"

"ভগৱানে কৰিলে তোমাৰ দণ্ডাজ্ঞা বাতিলো হব পাৰে ।"

"—বাতিল নহলেও কথা নাই । এইটো গোচৰ নোহোৱা হ'লেও এই শাস্তি মোৰ প্ৰাপ্য আছিল ।"

".... অ' সেই হাস্পতালৰ কথাটো ; তুমি যদি কোৱা মই তাত কাম কৰিমগৈ । মই আৰু কেতিয়াও মদ নাখাওঁ ।"

তাইৰ চকুৰ ফালে চাই সি ক'লে, 'মই তোমাক কি ভাষাৰে ধন্যবাদ জনাওঁ ।"

তাৰ ওলাই আহিবৰ সময় হ'ল । যোৱা কিছুদিনৰ সঞ্চিত সকলো দ্বিধা, সন্দেহ ক্ষন্তেকতে যেন নাইকিয়া হ'ল । তাৰ মনত আজি এটা নতুন ভাব জাগ্ৰত হৈছে । সি এটা কথাত দৃঢ়ভাৱে প্ৰত্যয় গ'ল যে প্ৰেমৰ শক্তি অপৰাজেয় । এনেহেন অনুভূতি তাৰ মনত আগতে আৰু কাহানিও জগা নাই ।

মাছলভাও ভিতৰ সোমালগৈ । আই তাইৰ বিচনাখনত বহি একান্তমনে বহুত কিবাকিবি কথা চিন্তা কৰি থাকিল ।

## ॥ দ্বিতীয় পৰ্ব ॥

### ॥ এক ॥

পাহৰ জিলাৰ ভিতৰতে মাহদভাৰ গোচৰটো চিনেটত উত্থাপিত হোৱাৰ কথা; নেখলিউদভে সেই সময়ত পিটাৰ্চবুৰ্গত উপস্থিত থাকিব বুলি থিৰাং কৰিছে। কেনেবিধে আপীলৰ খচৰাটো শেষ কৰাৰ পিছত নেখলিউদভক পৰামৰ্শ দি ক'লে যে যদিহে চিনেটত আপীল অগ্ৰাহ্য হয় তেনেহলে তেওঁ নিজে সম্ৰাটৰ ওচৰত আবেদন কৰিব। তেওঁ নিজে আপীলৰ ভিত্তিটো অতি দুৰ্বল বুলি ভাবে, আবেদন পত্ৰ গ্ৰাহ্য হোৱাৰ বেছি সম্ভাৱনা দেখা নাই।

যদি আপীল গ্ৰাহ্য নহয় তেনেহলে জুন মাহৰ প্ৰথম ভাগতে কয়দীৰ দল এটাৰ লগত মাহদভাক চাইবেৰিয়ালৈ স্থানান্তৰ কৰিব। তেনে হলে নেখলিউদভেও সেই দলটিৰ লগতে চাইবেৰিয়ালৈ গুচি যাব। তাৰ আগে আগে সি তাৰ জমিদাৰীত থকা গাওঁবিলাকলৈ গৈ মাটিবাৰীৰ এটা সুব্যৱস্থা কৰা উচিত হব বুলি ভাবিলে।

চহৰৰ ওচৰতে ক'লামাটি অঞ্চলটো। এইটো তাৰ জমিদাৰীৰ মাজৰ এক বিস্তীৰ্ণ অঞ্চল। নেখলিউদভৰ উপাৰ্জনৰ এটা ডাঙৰ অংশ এই অঞ্চলটোৰ পৰাই আহে। প্ৰথমতে সি এই অঞ্চলটো যোৱাটোকে ঠিক কৰিলে। শিশু কালতে সি তালৈকে বহুবাৰ গৈছে।

নেখলিউদভে আগতেই অনুভৱ কৰিছিল যে পচাশ বছৰ আগৰ ভূমিদাস প্ৰথাৰ পৰিবৰ্তন নহল। তেতিয়াই গৰ্হিত বুলি জনা এই প্ৰথাটো আজিও একেদৰেই আছে। নেখলিউদভে নিজৰ ফালৰ পৰা সিদ্ধান্ত কৰিলে যে সি জমিদাৰী ত্যাগ কৰিব। ইয়াৰ পৰা তাৰ ক্ষতি হব প্ৰচুৰ। সেই ক্ষতিক স্বীকাৰ কৰিব লাগিব এনে এটা মনোভাৱ

[illegible]

যিটো সময়ত জেল কয়দীবিলাকৰ স্বাৰ্থত আৰু তাৰ সান্তাব্য চাইবেৰিয়া যাত্ৰাৰ কাৰণে তাক কিছু টকাবো আৱশ্যক হব। নেখলিউদভে স্থিৰ কৰিলে যে চোৱাচিতা কৰিবৰ কাৰণে মানুহ ৰাখি সি মাটিত আৰু খেতি নকৰায়। কম খাজনাত খেতিয়ক প্ৰজাসকলৰ নামত এনেভাবে মাটি বন্দোৱস্ত কৰি দিব যাতে সিহঁতে জমিদাৰৰ ওপৰত আৰু নিৰ্ভৰশীল হৈ থাকিব নালাগে। নিজৰ মাটিত নিজে খেতি কৰিব। অন্ততঃ পুৰণি ব্যৱস্থাতকৈ এই ব্যৱস্থাটো বহুগুণে ভাল হব।

সি এখন ঘোঁৰাগাড়ীত উঠি যাত্ৰা কৰিলে। সচৰাচৰ জমিদাৰসকল আছি যিটো ঘৰত থাকেহি সেই ঘৰটোত সোমালগৈ। তাৰ পিছত নিজেই অকলে অকলে ঠাইবোৰ চাই আহিল। নিজে গৈ মানুহবোৰৰ ঘকৱা অৱস্থাৰ কথা স্বচক্ষে অনুধাৱন কৰিলে। দুখে কুলাই-পাচিয়ে নধৰা প্ৰজাবোৰৰ অৱস্থা দেখি নেখলিউদভে মনতে স্থিৰ কৰিলে যে সি আৰু অলপো সময় নষ্ট নকৰে—সি তাৰ কামখিনি কৰি পেলাব।

এইবাৰ নেখলিউদভে জমিদাৰ থকা ঘৰটো এবাৰ ভালকৈ নিৰীক্ষণ কৰিলে: সেইবোৰৰ সাজ-সজ্জা, আচবাব পত্ৰ আদিয়ে একালৰ বিলাসিতাৰ এক চূড়ান্ত নিদৰ্শন দাঙি ধৰিছে। নেখলিউদভে মনতে স্থিৰ কৰিলে: এই পুৰণি ঘৰটো সম্পৰ্কেও এক ব্যৱস্থা কৰিব লাগিব।

'মাটি-বাৰীবোৰক লৈ মই আৰু মালিক হৈ থাকিব নোখোজো। এইবোৰ ঘৰ-বাৰী মোক কেলেই?"

—সি নিজে নিজে ভোৰভোৰালে। আকৌ ভাবিলে –সি যদি বিয়া কৰায় তেনেহলে? বিয়া কৰালেতো তাৰ ল'ৰা-ছোৱালী হব। খাবৰীয়া কেবাটাও হব, তেতিয়া? তেতিয়া কি কৰিব? এটা সম্পত্তি এবাৰ একেবাৰে এৰি দিলে পিছত আকৌ সেই সম্পত্তি কৰি লোৱাটো টান নহ'বনে?

বহুত ভাবিচিন্তি নেখলিউডভ শুই পৰিল। শুই শুই নিজে নিজেই কৈ উঠিল—"কালিলৈ ৰাতিপুৱা লেখা যাব, নিজৰ প্ৰজাবোৰৰ এটা মানুহৰ বিষয়ে ভাবিব।"

তাৰ পিছতে শোৱাৰ পৰা এবাৰ উঠিল আৰু ভাবিলে : "[illegible] নহয়, মই কেতিয়াও হাৰ নামানো ।"

পিছদিনা বাস্তিপুৱাতে সি সাৰ পালে । এনেয়ে বিচনাখনতে বহিল । আগদিনাই খেতিয়কসকলক খবৰ দি থোৱা আছিল— মানুহবোৰ আহি যেন সন্মুখৰ পথাৰখনতে গোট খায়হি .

সেইমতে মানুহবোৰেও ইতিমধ্যে গোট খাইছিলহি । সি খিড়িকীৰে মানুহবোৰলৈ এবাৰ চাই পঠালে ।

নেখলিউদভ ওলাই গ'ল মানুহবোৰৰ মাজলৈ । সিহঁতক জনাই দিলে যে সি তাৰ জমিদাৰীত থকা সকলোবোৰ মাটি খেতিয়কসকলৰ মাজত বিলাই দিব খুজিছে ।

আচম্বিতে এনে ঘোষণা এটি শুনিব বুলি মানুহবোৰে আশা কৰা নাছিল ; সকলোৰে মুখত আশ্চৰ্য্য । বুঢ়া মানুহ এজনে প্ৰশ্ন কৰিলে, "মাটি আমাক দিব খুজিছে হয়, পিছে কেনেভাবে ?"

নেখলিউদভে ক'লে : "খাজনাৰ হাৰ কিমান কমাব পাৰি সেই কথাও বিবেচনা কৰা যাব, আৰু খাজনাৰ নিৰিখো নিৰ্দ্ধাৰণ কৰিব খেতিয়কসকলে নিজে পাতি লিয়া এখন সমিতিয়ে ।"

কথাখিনি শুনাৰ পাছত একো মন্তব্য নকৰাকৈয়ে খেতিয়কসকল ঘৰাঘৰি গ'ল । নেখলিউদভো আহিল তাৰ জমিদাৰী কাৰ্য্যালয়লৈ ; তাতে বহি সি চুক্তি-পত্ৰৰ খচৰাটি প্ৰস্তুত কৰিব ।

পিছদিনা বাস্তিপুৱা খেতিয়কসকলৰ বয়োজ্যেষ্ঠ প্ৰতিনিধিৰ লগত আলচ কৰি নেখলিউদভে এখন চুক্তি-পত্ৰও কৰিলে ।

নেখলিউদভে পেহীয়েক দুজনীৰ সম্পত্তি আৰু জমিদাৰীও পাইছিল উত্তৰাধিকাৰী সূত্ৰে । এইটো সম্পত্তিৰো কিবা এটা হেস্তনেস্ত কৰিব লাগিব । গতিকে সি তালৈকে গ'ল ।

ঠাইডোখৰ পোৱাৰ লগে লগে মনত পৰিল তাৰ তৰুণ জীৱনৰ কথাবোৰ । বহুত স্মৃতিয়ে তাক জুৰুৰি দি ধৰিলে : তাহানিতে সি শুনিছিল 'আটাকলৰ পৰা অহা সেই মধুবৰ্ণনি' গানবোৰ, দেখিছিল উপচি পৰা নদীৰ খৰস্রোতা পানীৰ [illegible]

নদীৰ পাৰত কাঁপোৰ ধোঁওঁতে উঠা খপ্ খপ্ শব্দ—সিহঁতৰ তিতা কপালত লাগিছিল বসন্তৰ বতাহ—সেই বতাহত টো তুলি উৰিছিল ধূৰৰ চুলিবোৰ, খিৰিকীৰ কাষত বহি বহি চাই থাকোঁতে এদিন উৰি আহিছিল এটা মাখি ........।

ওঠৰ বছৰীয়া সেই ল'ৰাটো তেতিয়া কেনেকুৱা আছিল সেই কথাও তাৰ মনত নপৰা নহয়। সি যেন পুৰণি দিনবোৰৰ লগত আজি একাত্মবোধ কৰিছে, অনুভৱ কৰিছে এক অনাবিল সৰলতা, সেই অনাগত ভৱিষ্যতৰ সম্ভাৱনাক লৈ উঠা এক উদ্দীপ্ত উৎসাহ

তাৰ মনত পৰিল কাৰ্তিউছাৰ লগত তাহানিৰ সেই কথাবোৰ। লগুৱাজনক সি সুধিলে, "আচ্ছা-তই এটা কাম কৰিব পাৰনে? খাৰিনা নামৰ ইয়াত কোনোবা এজনী তিৰোতা থাকে, ক'ত থাকে খবৰটো আনিব পাৰনে?"

খাৰিণা হ'ল কাৰ্তিউছাৰ মাহীয়েক। তাইক সি লগ পাব লাগে কাৰ্তিউছাৰ পিছৰখিনি কথা ভালকৈ জানিবৰ বাবে।

তাৰ পিছত অলপমান চিন্তা কৰি ক'লে, "নহয়, তই নালাগে বাৰু—মই নিজে যাওঁ, তাইৰ ঘৰটি বাৰু কোনখিনিত?"

লগুৱাজনে ক'লে।

নেখলিউদভে নিজে ওলাই গ'ল খাৰিনাৰ ঘৰটো বিচাৰি। যাওঁতে বাটত কেবাঘৰতো সোমাল। সকলোৰে খা-খবৰ ল'লে, সিহঁতৰ অৱস্থাৰ বিষয়েও বুজ লৈ গ'ল। সি গম পালে যে একোটা সাধাৰণ কথাত জমিদাৰৰ মহৰীয়ে সিহঁতক কমখন নকল-নাকতি কৰি থকা নাই। খেৰ দিবৰ বাবে এদিন এডাল গছ কাটি অনাৰ বাবে চুৰি কৰা বুলি এজন মানুহক পুলিচৰ হতুৱাই ধৰালে আৰু জেলতো ভৰালেসি। এইবোৰ দেখি-শুনি নেখলিউদভৰ অন্তৰ গলি গ'ল। এনে অত্যাচাৰৰ বাবে গোটেই জমিদাৰী প্ৰথাটোৰ বিৰুদ্ধে তাৰ মন অধিক বিদ্ৰোহী হৈ উঠিল।

আলিৰ কেঁকুৰিটো পাৰ হৈ সুধি সুধি সি উপস্থিত হ'লগৈ সেই বুঢ়ী জনীৰ ঘৰটো। দুৱাৰ মুখতে বুঢ়ীজনী কোনোবা কামত লাগি আছে।

বুঢ়ীয়ে তাক ভিতৰলৈ মাতি নিলে।

চুলাটোৰ পিছফালে পৰা আছে এখন সৰু খাট। খাটখনলৈ তাৰ চকু পৰিল বেছিকৈ। সি অনুমান কৰিলে—এই খাটখনতেই কাত্তিউছাই শিশুটিক জন্ম দি ইয়াতেই শুই শুই আলেদিন কটাইছিল হব পায়।

"—আচ্ছা এটা কথা সোধো। কাত্তিউছাৰ কথা মনত আছেনে?"

বুঢ়ীয়ে মানুহজনৰ ফালে থৰ লাগি চাই থাকি পিছত ক'লে, "বোপাই কেথেৰিণাৰ কথা কৈছা নেকি? মনত নাথাকিব কিয়? তাইৰ দুখৰ কথা আৰু কি কৰা! বিয়া নোহোৱাকৈয়ে তাই মাক হ'ল, তুমিয়েই তাইক সেই সন্তানটি দিছিলা।"

"—তাৰ পিচত?"

'তাই মোৰ কথা শুনিলে, তাইতো কম দাংকাটি নহয়। এটা কাম যোগাৰ কৰি দিলো, তাতো টিকিব নোৱাৰিলে—তাইতো আৰু সৰু নহয়, সদায় ওপৰত কয়। এদিন মোৰ লগত কাজিয়া কৰি গ'ল গুলাই। তাৰ পিছত যথেষ্ট অফিচাৰৰ ঘৰত—তাতো সুখত থাকিব নোৱাৰিলে

''তোমাৰ ঘৰতেইতো তাইৰ প্ৰসৱ হৈছিল, কেচুৱাটোৰ বিষয়ে জানিব খুজিছো।"

"প্ৰসৱৰ পিছত তাইৰ অৱস্থা কাহিল, কেচুৱাটোক কিন্তু গীৰ্জালৈ নি জাতকৰ্মও কৰাইছিলোঁ। মাকৰ বেমাৰ, কেচুৱাটো ৰখা যায় কেনেকৈ! উপায় নাপাই তাক অনাথ আশ্ৰমত থলোঁ।নি। তুমি দিয়া এশ ৰুবল্‌ৰ তাইৰ হাতত আছিল। গতিকে টকাৰো অসুবিধা নাছিল। পিছে কি হব—তাত কেচুৱাৰ অসুখ হ'ল আৰু হাস্পাতালৈ নিওঁতে বাটতে সি মৰি থাকিল।" কথাখিনি কৈ বুঢ়ীয়ে চকুপানী টুকিলে।

নেখলিউদভে তাৰ নিজৰ সন্তানটিৰ বিষয়ে মাত্ৰ সেইখিনিকে জানিলে।

জমিদাৰৰ অধীনত থকা শিশু, যুৱক, বৃদ্ধ সকলোৱে দুৰ্দশা দেখি নেখলিউদভৰ বৰ বেয়া লাগিছিল; আৰু বেয়া লাগিছিল কাত্তিউছাৰ অৱস্থাৰ কথা ভাবি। মানুহবোৰৰ দুৰ্গতিৰ কাৰণে এয়ে যে যি মাটিয়ে সিহঁতক অন্নদান কৰিব পাৰিলেহেঁতেন সেই মাটি সিহঁতৰ

[illegible]

নহয়, সেই মাটিৰ ফল ভোগ কৰে সিসকলে—যিসকলে নিজে খেতি নকৰে। খেতিয়কৰ পৰিশ্ৰমৰ ওপৰত সেই জমিদাৰসকলে টিঘিল-খিলাই থাকে।

সি ভাবিলে : এই মাটি কেতিয়াও ব্যক্তি বিশেষৰ সম্পত্তি হব নোৱাৰে. মাটি সৰ্বসাধাৰণৰহে সম্পত্তি ...... ।

এইবাৰ সি ভাবিলে যে সিদিনা খাজনাৰ বিনিময়ত মাটি দিয়াৰ যি ব্যৱস্থা কৰিছিল, সেই ব্যৱস্থা ঠিক হোৱা নাই। এইবাৰ ঠিক কৰিলে—মাটিৰ পৰা পোৱা খাজনাবো গৰাকী হব খেতিয়কসকল। সেই ধন জমা হব সমূহীয়া পুঁজিত; আৰু সেই পুঁজিৰ ধন সৰ্বসাধাৰণৰ হিতৰ কাৰণেই সৰ্বসাধাৰণেই ব্যৱহাৰ কৰিব।

এই কথাবোৰ তাৰ কৰ্মচাৰী মহৰীজনেও বুজি নোপোৱা নহয়। সিহঁতেও ভালদৰে বুজি পায়; বুজি নোপোৱাটোহে অসম্ভৱ।

সি টেবিলত বহিল আৰু তাৰ পৰিকল্পনাটোক কেনেদৰে ৰূপ দিব সেই কথা নিশ্চিত কৰিবৰ কাৰণে কাগজ-কলম হাতত তুলি ল'লে।

লিখা কামখিনি শেষ কৰা হ'ল। তাৰ পিছত এটা স্বস্তিৰ নিশ্বাস পেলালে আৰু তাৰ পিছত এনেয়ে এবাৰ সি বাহিৰলৈ চাই পঠিয়ালে : পথাৰত ঘূৰি ফুৰা গৰুৱে হেম্বেলিয়াইছে।

চুক্তি-পত্ৰ কৰি খেতিয়কসকলৰ প্ৰতিনিধিক চহী কৰিবলৈ মতা হ'ল। কিন্তু কি আচৰিত. মানুহবোৰে তাত চহী নকৰিলে। সিহঁতে কথাবোৰ বুজিবৰো চেষ্টা নকৰি মাত্ৰ এটা কথাহে ক'লে, যে আগতে যেনেকুৱা আছিল তেনেকুৱাই হৈ থাকক; কোনো ধৰণৰ পৰিৱৰ্তন নালাগে।

খেতিয়কসকলে তাৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছে। সি আচৰিত হ'ল যদিও তাৰ দুখ নালাগিল। আগৰখন ঠাইৰ মানুহবোৰে তাৰ প্ৰস্তাৱ সমৰ্থন কৰি তাক ধন্যবাদ দিছিল। কিন্তু এই ঠাইৰ প্ৰজাসকলে সেই প্ৰস্তাৱ গ্ৰহণতো নকৰিলেই; বৰং তাক সন্দেহৰ চকুৰেহে চালে। অকল সেয়ে নহয়—তাক সিহঁতৰ বৈৰী বুলিও ভাবি ল'লে। এইবাৰ যদিও কিন্তু সেখসিজাতৰ বেয়া নালাগিল। সি শান্ত হৈ কেৱল ভাবি থাকিল।

অকিচ ঘৰটোৰ চাৰিওপিনে সি আকৌ এবাৰ চকু ফুৰালে। তাৰ মনত পৰিল কাভিউহাৰ লগত সেই কালৰাতিটোৰ কথা—পিছফালৰ বাৰান্দাখন—যিখনক পাপৰ স্মৃতিয়ে ছুৰিত কৰি ৰাখিছে। কিবা এক অস্বস্তি লাগিল। তাৰ পিছত দুৱাৰ মুখলৈ ওলাই ফুলৰ সুবাসিত গোন্ধবোৰ সি নিশ্বাসত বুকু ভৰাই গ্ৰহণ কৰাত লাগিল।

নেখলিউদভৰ বাবে আজিৰ ৰাতিটো সম্পূৰ্ণ মধুময় নহয়; মধুময় আৰু সুখৰ ৰাতি আছিল সেইটো ৰাতি সেইটো আনন্দৰ ৰাতি।

বহি বহি মানুহজনে অতীত জীৱনটো আকৌ এবাৰ পৰ্য্যালোচনা কৰিলে, বৰ্ত্তমান আৰু ভৱিষ্যত জীৱনক লৈ নিজে নিজে নানা প্ৰশ্ন কৰিলে। ইয়াৰ পিছত কি কৰিব সেই প্ৰশ্নৰ উত্তৰ সি বিচাৰি পোৱা নাই। তাৰ পিছত সেই প্ৰশ্ন নিজৰ মূৰত তুলি লৈ দেখিলে যে সেই প্ৰশ্নবোৰৰ উত্তৰবোৰ অতি সহজ অতি সৰল।

সি নিশ্চয়কৈ বুজিব পাৰিছে যে এদিন খেতিৰ মাটি খেতিয়কৰ হাতত তুলি দিবই লাগিব; সেইটো যদি কৰা নাযায় তেনেহলে সেয়া হব অন্যায়, পাপ। আৰু আনহাতে কাভিউহাক সি কোনোপধ্যে এৰি দিব নোৱাৰে। এই সিদ্ধান্তই নেখলিউদভক যেন দিলে এক নতুন শক্তি, এক নতুন আনন্দ।

এইবাৰ সি সিদ্ধান্ত ল'লে—'নিজকে প্ৰভু বুলি নাভাবি সেৱক বুলি ভৱাহে উচিত। মাটি-বাৰী বিষয়-সম্পত্তি সকলো এৰি দি মাছলভাৰ লগত চাইবেৰিয়াতে থাকিবলৈ; মহ, মাখি, উৱলৰে ভৰা নিৰ্জ্জন কাৰাগাৰৰ সকলো দুখ কষ্ট সি তাইৰ লগতে সহ্য কৰি যাব।

॥ দুই ॥

নেখলিউদভে ভাবিলে: কৃষকসকল অবুজ হলেও নচলিব, কিবা এটা কৰিব লাগিব। গতিকে পিছদিনাখন কৃষকসকলৰ মাজৰ পৰা কেইজনমান প্ৰতিনিধিক মাতি লৈ আহিল। এজোপা গছৰ তলত

[illegible]

মানুহবোৰৰ আগত একেলগে বহি ক'লে, "মোৰ মতে মাটিক লৈ কথা কটাকটি কৰা অনুচিত। মই যদি মাটি বেচিব খোজোঁ তেন্তে ধন থকা মানুহে গোটেইখিনি মাটি কিনি লব আৰু সেইবোৰ মাটি নথকা লোকৰ ওচৰত ইচ্ছামতে দাম লৈ বেচিব পাৰিব।"

এজনে এটা প্ৰশ্ন কৰিছিল। তাৰ উত্তৰত সি ক'লে যে জমিদাৰ হোৱাৰ দৰে পাপৰ কথা একো নাই আৰু সেই কাৰণেই সি মাটি এৰি দিব খুজিছে।

এজন ওথ-পাথ মানুহে ক'লে, "তেনেহলে মাটি সকলোৱে সমান পৰিমাণত পাব লাগে।"

নেখলিউদভে ক'লে, "সেইটোও হব নোৱাৰে ; যিয়ে নিজে যিমান মাটি চহায় তেওঁ সিমান পৰিমাণৰ মাটিহে পাব লাগে।"

মানুহবিলাকে বহুত ভবা-চিন্তা কৰিলে আৰু তাৰ পিছত তেওঁলোক নেখলিউদভৰ প্ৰস্তাৱত সন্মত হ'ল। এই দিনটোৱেই পানোভা বোলা ঠাইখনত তাৰ শেষ দিন হব।

নেখলিউদভে সেই শেষ দিনটোতে পেহীয়েকহঁতৰ থকা ঘৰটোলৈ এবাৰ ভালকৈ চাই পঠিয়ালে। বিভিন্ন সাজ-সজ্জা বিলাস-সামগ্ৰীৰে ভৰা আচবাব-পত্ৰবোৰ। তাৰ চকুত পৰিল দেৰাজত বহুত চিঠি-পত্ৰৰ লগতে আছে এখন ফটো। ছবিখনত আছে দুজনী পেহীয়েক— সোফিয়া আৰু মেৰিয়া, ছাত্ৰ হৈ থকা অৱস্থাৰ নেখলিউদভ আৰু সেই সৰল, সহজ, সুন্দৰী আৰু প্ৰাণোচ্ছলা কাত্তিউছা। চিঠিবোৰৰ লগতে সি ছবিখন ভালকৈ ল'লে আৰু ঘৰত থকা আটাকলটো বিক্ৰী কৰি দিলে পাব লগা মূঠ দামৰ এশ ভাগৰ এভাগ দামত।

পানোভা এৰি নেখলিউদভে যেন লাভ কৰিলে মুক্তি।

নেখলিউদভ উভতি আহিল। পিছদিনাই সি পৈ। হোটেলৰ

[illegible]

কোঠালী এটা ভাড়ালৈ লৈ থকাটোকে ঠিক কৰিলে আৰু সেইমতে গৈ হোটেলৰ কোঠালীও ল'লেগৈ।

এতিয়া মানুহজনৰ হাতত বহুত কাম: উকীল ফানাবিণক লগ ধৰিব লাগে সৰ্বপ্ৰথমে। ঘৰত জুই দিয়া বুলি মিছা অভিযোগ তুলি বেচেৰা মেনচোভ বোলা ল'ৰাজনক মাকৰ লগত নি এলেক্ত বন্দী কৰি ৰাখিছে। সেই গোচৰটোৰ নথি-পত্ৰবোৰ সি উকীলজনক দিলেগৈ।

উকীল ফানাবিণে আশ্বাস দি ক'লে যে তেওঁ তাক মুকলি কৰাই দিব আৰু তাৰ কাৰণে তেওঁ কোনো মাচুলো নলয়।

উকীলজনে আৰু জনালে যে ফেদোছিয়াৰ গোচৰটোৰ আপীলৰ খচৰাখন হৈয়েই আছে। আপীলটো কৰিব লাগিব প্ৰিভি কাউন্সিলত। গোচৰটো ধৰ্মীয় উপদলৰ কাজিয়াৰ। উকীলজনে ক'লে যে কৰ্মচাৰী-সকলে ভালদৰে কাম কৰাহেঁতেন গোচৰবোৰৰ সুবিচাৰ হ'লহেঁতেন আৰু মানুহবো নগুৰ-নাকতি নহ'লহেঁতেন। সেই আগৰ দিন এতিয়া আৰু নাই; আজিকালি সকলোৱেই মাহত দৰমহা লোৱা ৰাজ কৰ্মচাৰীহে; মাহৰ শেষত গণি গণি টকা লব পাৰিলেই তেওঁলোকৰ আনন্দ। নীতিক লৈ তেওঁলোকে মূৰ ঘমাব কিয়? দৰমহা কেনেকৈ বঢ়াব পাৰি সেই নীতিয়েই হৈছে তেওঁলোকৰ নীতি।

নেখলিউদভ জেলখানালৈ আহিল। আজিবা আকৌ মাছলভাৰ মেজাজ কেনেকুৱা হৈ আছে!

দুৱাৰ-ৰক্ষীজনক মাছলভাৰ কথা সোধাত সি ক'লে যে তাই এতিয়া আছে হাস্পাতালত কাম কৰি। তাই হেনো ল'ৰা ছোৱালীৰ ৱাৰ্ডত কাম কৰি আছে।

সি তাক লৈ হাস্পাতাললৈ গ'ল। এজন ডাক্তৰে সুধিলেহি, "আপুনি কাক বিচাৰিছে?"

"এগৰাকী তিৰোতাক।"

"এইটো ৱাৰ্ড ল'ৰা-ছোৱালীৰ; ইয়াত কোনো তিৰোতা মানুহ নাথাকে।"

নেখলিউদভে এইবাৰ মাছলভাৰ নামটো ক'লে। আৰু ক'লে

যে তাইৰ গোচৰ সম্পৰ্কত চাইবেৰিয়ালে সি যাব আৰু যোৱাৰ আগতে তাইক এখন ফটোগ্ৰাফ দি যাব লাগে।

ডাক্তৰে অনুমতি দি সুধিলে "ইয়াতেই বহিব নে ওৱেটিং ৰুমলৈ যাব?"

"ধন্যবাদ।" ডাক্তৰৰ ব্যৱহাৰটো তাৰ বৰ ভাল লাগিল। এই সুযোগতে এটা সাহস গোটাই লৈ সুধিলে 'মাছলভাৰ কাম কাজত কেনে পাইছে?"

"জেললৈ অহাৰ আগতে যেনেকুৱা জীৱন যাপন কৰিছিল, তাতকৈ এতিয়া বহুত ভাল। সেয়া তেওঁ আহিছেই।"

নেখলিউদভক দেখি তাইৰ মুখখন ৰঙা পৰি গ'ল। তাৰ পিছত লাজ লাজকৈ কৰমৰ্দন কৰিলে। সিদিনা যি উষ্মা প্ৰকাশ কৰি কথাবোৰ কৈছিল তাতকৈ আজি বহুত বেলেগ বেলেগ লগা হৈছে।

অকণো পলম নকৰাকৈ জেপৰ পৰা ফটোগ্ৰাফখন উলিয়ালে নেখলিউদভে। লগে লগেই ক'লে—

"এই ফটোখন পানাভোত পালোঁ—এখন পুৰণি ছবি, হয়তো কেতিয়াবা তোমাৰ কামত লাগিব।"

"এইখন আকৌ কেলেই" বুলি ফটোখন তাই হাত পাতি ল'লে আৰু লগে লগেই ভৰাই থলে এপ্ৰনত।

"মই গৈ তোমাৰ মাহীয়েৰাক দেখা কৰিও আহিলোঁ।"

"হয় নেকি?"

"ইয়াত ভালে আছাতো? কামটো বৰ কঠিন নহব লাগে।"

"এৰা ভালেই, অভ্যাস হৈ গলে ভাল লাগি যাব।"

"তোমাৰ কথা ভাবি ভাল লাগিছে, অন্ততঃ মহিলা ফাটেকতকৈ ভাল।"

"ইয়াৰ মানুহবোৰো ভাল।"

"—মই আজিয়েই পিটাৰ্চবুৰ্গলৈ যাম। তোমাৰ আপীলৰ গোচৰটো আদালতত সোনকালেই তুলিব লাগে।"

"আপিল হ'ল বা সহজে তাৰ পৰা সাৰ হ'ব কি?"

"কেলেই ?" কথাটো নেখলিউদভে যেন বুজি পালে। তাৰ পিছত ক'লে, "তুমি যেনেকৈ লোৱা নহা। মই যিটো কৰোঁ বুলিছো কৰিমেই ; তাৰ কাৰণে মই সকলো প্ৰকাৰে প্ৰস্তুতো হৈছো।"

তাই এবাৰ মূৰ তুলি অনিমেষ চকুৰে তালৈ চাই থাকিল। তাৰ পিছত যেন কিবা এক আনন্দত উদ্ভাসিত হ'ল। অলপ পৰ বৈ ক'লে,

' সেইবোৰ কথা এতিয়া মোক আৰু নকবা।"

"—মই কৈছো কাৰণ তুমি জানি থোৱা ভাল।"

"মইতো তোমাক সকলো কথা কৈ দিছো। আকৌ কেলেই ?"

ৱাৰ্ডৰ পৰা এটা শিশুৰ কান্দোন ভাঁহি আহিল। তাই ক'লে, "মই যাওঁ। সিহঁতে মোক বিচাৰিব"—অস্থিৰ ভাবে ইফালে সিফালে চাই তাই আকৌ ক'লে, "ভাল মই যাওঁ।"

নেখলিউদভে কৰমৰ্দন কৰিবলৈ হাতখন আগবঢ়াই দিছিল, তাই যেন নেদেখিলে। লাহে লাহে তাই ওলাই গ'ল।

সি ভাবিলে : "তাইৰ কি হৈছে, ভাবিছে কি ? কেনে ধৰণৰ তাইৰ অনুভূতি ! তাই মোক পৰীক্ষা কৰিবলৈ জেদ ধৰিছে নেকি ? সঁচাই জানো তাই মোক ক্ষমা কৰিব পৰা নাই ? সংগলাভৰ সম্ভাৱনাত সি অভিভূত হৈ পৰিল। নিজে নিজেই আনন্দবোধ কৰিলে।

আনফালে ভিতৰলৈ গৈ মাছলভাই ফটোখন উলিয়াই বাৰে বাৰে চালে বিমুগ্ধ নয়নে। তাৰ পিছত কোঠালীলৈ গৈ পুৰা ফটোখন পুনৰ্বাৰ ভালকৈ একে দৃষ্টিৰে চালে।

তাইৰ আকৌ মনত পৰিল সেই বিভৎস ৰাতিটোৰ কথা।

হঠাৎ নেখলিউদভৰ প্ৰতি তাইৰ মনৰ তিক্ততা যেন নতুনকৈ জাগি উঠিল। ইচ্ছা হৈছিল—তাক তীব্ৰভাবে নিন্দা কৰে, গালি পাৰে। তাই নিজে নিজে অনুতাপ কৰিলে—কিয় তাই আজি আকৌ কৰলৈ পাহৰিলে যে নেখলিউদভক তাই ভালকৈ চিনি পাইছে, বুজি পাইছে—আৰু তাৰ ফান্দত তাই আৰু ভৰি নিদিয়ে, তাই আৰু তাৰ কথ নাধানে, শাৰীৰিকভাৱে এবাৰ নেখলিউদভে তাইৰ ওপৰত বল প্ৰয়োগ কৰিছিল ; সেই বুলিয়েই আত্মিকভাৱেও বলাৎকাৰ কৰিবলৈ

আৰু কেতিয়াও দিয়া নহ’ব। তেনে পুৰুষৰ দৈহিক সান্নিধ্যলৈ অহাটো তাইৰ কাৰণে হ’ব আৰু এক জঘন্যতম কাম ....।

## ॥ তিনি ॥

পিটাৰ্চবুৰ্গত নেখলিউদভৰ কাম ওলাইছে চাৰিটা: চিনেটৰ ওচৰত মাছলভাৰ আপীলটো পেচ কৰা, আপীল কমিটিৰ ওচৰত ফেদেছিয়াৰ গোচৰটো উপস্থাপন কৰা, ভেৰা বগডুস্কায়াৰ অনুৰোধ মতে তাইৰ বন্ধু উস্তোভাক জেলৰ পৰা খালাচ কৰা আৰু জেলত পুতেকৰ সৈতে দেখা কৰাৰ বাবে তাৰ মাকৰ নামত অনুমতি-পত্ৰ সংগ্ৰহ কৰা। শেষৰ অনুৰোধ দুটা ভেৰা-বগডুখোভস্কায়াই চিঠি লিখি জনাইছিল—কাৰণ দুয়োটা কথাই আছিল জেল-বিষয়ক।

পিটাৰ্চবুৰ্গত নেখলিউদভ উঠিলগৈ তাৰ মাহীয়েক কাতেৰিণাৰ ঘৰত। মহাক আছিল এসময়ত মন্ত্ৰী। তেওঁলোকৰ ঘৰলৈ নগৈ হোটেলত থকা হ’লে মাহীয়েকে বৰ দুখ পাব কাৰণেই তালৈ গ’ল।

“তোৰ বিষয়ে এইবোৰ কি শুনিছোঁ—নানাৰকমৰ আচৰিত কথাবোৰ?”—পেহীয়েকে সুধিলে।

মাছলভা সম্পৰ্কীয় তাৰ কথাবোৰ সি পেহীয়েকক ভাঙি-পাতি ক’লে।

কাতেৰিণাই ক’লে যে গিৰিয়েকে চিনেটৰ সদস্যসকলক ভালকৈ চিনি পায়; কথাবোৰ তেওঁলোকক বুজাই দিবলৈ গিৰিয়েকক তেওঁ নিশ্চয় ক’ব।

গোচৰটিৰ সম্পৰ্কত নেখলিউদভে দুই-চাৰিজন চিনেটৰক লগো ধৰিছে। ইতিমধ্যে সি খবৰ পালে যে অহা দিনত চিনেট নবহিবও পাৰে; আৰু বহিলেও মাছলভাৰ গোচৰটো তেতিয়া উঠিবও পাৰে।

কথাখিনি শুনাৰ পিছত সি এইবাৰ লগ ধৰিবলৈ গ’ল চিনেটৰ

[illegible] উলয [illegible] ভত্র ; তেওঁ আজকো [illegible] [illegible] ভাবে। এই বৈশিষ্ট্যক তেওঁ সদায় মূল্য দি আহিছে। তেওঁ [illegible] ভত্রই নহয়, সততাপৰায়ণো। কোনো দিনে তেওঁ [illegible] [illegible] নাই, কোনোদিন কাৰো পৰা ভেটি খোৱা নাই।

নেখলিউদভে ক'লে, "মই মাত্র এইখিনিকে বিচাৰো—গোচবটো যেন সোনকালে নিষ্পত্তি হৈ যায়। আচামী যদি চাইবেৰিয়ালৈ যাবই লাগে তেনেহলে সোনকালে যোৱাই ভাল।"

"আচ্ছা আপোনাৰ আচামীৰ নাম কি ?"

"মাছলভা।"

"—ও সেই গোচৰটো মই বুজি পাইছো। মই বাকীসকল চিনেটৰকো কম। বুধবাৰেই গোচৰটোৰ শুনানী হব।"

"তেনেহলে মই উকীলক তাৰিখৰ খবৰটো দিওঁগৈ নেকি ?"

"উকীল ? উকীল কিয় ? ইয়াত আচলতে উকীলৰ কাম নাই। চিনেটে গোচৰৰ গুণাগুণ বিচাৰ নকৰে—চায় কেৱল ঠিকভাৱে আইন প্রয়োগ কৰা হৈছে নে নাই। অৱশ্যে উকীলক খবৰ দিলেও কোনো ক্ষতি নহয়।"

## ॥ চাবি ॥

পিছদিনা নেখলিউদভে মস্কোৰ উকীল ফানাৰিণৰ পৰা এখন চিঠি পালে। চিঠিৰে তেওঁ জনাইছিল যে তেওঁ অন্য এটা কামত পিটাৰ্চবুৰ্গলৈ আহিব। যদি সেই সময়তে গোচৰটো চিনেটত উঠে তেনেহলে তেওঁ তাত উপস্থিত থাকিব পাৰিব।

সঁচাকৈ তেওঁ আহিলও। নেখলিউদভক তেওঁ ক'লে যে [illegible] [illegible] এখন ভাল আইনক থাক তেওঁ কামত লগাইছে [illegible] প্রয়োগতো এখন [illegible] দক্ষ লোক। এইটো গোচৰৰ [illegible] সচেতন চিনেটৰ তেৰেই। তেওঁৰ ওপৰতে বেছি [illegible] [illegible]

[illegible] আমাৰ প্ৰেছিডেণ্টজনক [illegible] কথাও [illegible]
[illegible] 'দেৰৰ', উপাধি পাইছিল [illegible]।

[illegible] নেখলিউদভক ক'লে, "মই তেওঁকেই দেখা কৰিবলৈ ওলাই-ছিলো।"

"বলক তেন্তে মযো যাওঁ একেলগে।"—উকীলজনে ক'লে।

গাড়ীত উঠিবৰ সময়ত এজন বেহেৰাই নেখলিউদভৰ হাতত এখন চিঠি দিলে। চিঠিখন আহিছে মাৰিয়েন্নাৰ পৰা। তাত লিখিছে :

'আপোনাক আনন্দিত কৰিবৰ কাৰণে স্বামীৰ লগত সেই তিৰোতা-গৰাকীৰ প্ৰসঙ্গটো আলোচনা কৰিছিলোঁ। মই অৱশ্যে এটা নীতি-বিৰুদ্ধ কাম কৰিছোঁ বুলি জানো। তেওঁ বোলে খবৰ কৰি জানিছে যে তিৰোতাগৰাকীক সোনকালে মুক্তি দিয়া হব। তেওঁ কোর্টৰ সামৰিক বিষয়াজনলৈও লিখিছে। কথা নাথাকিলেও আপুনি এবাৰ আহিব। ইতি—আপোনাৰ শম্বদ, —এম।'

চিঠিখনৰ কথাখিনি নেখলিউদভে উকীলজনক জনালে। আৰু ক'লে, "চাওক বেচেৰীক আজি সাতমাহে বন্দী কৰি ৰাখিছে। তেওঁ-লোকে এতিয়াহে আৱিষ্কাৰ কৰিলে যে তাই নিৰপৰাধী।"

বেৰণ ঘৰতেই আছিল। দুয়ো পৰিচয় দিলেগৈ। তেওঁ নেখলি-উদভক ক'লে,

"আপোনাক দেখি বৰ আনন্দ পাইছো। আপোনাৰ মাকৰ লগত মোৰ বহুদিনীয়া পৰিচয়, আমি পৰস্পৰৰ বন্ধু আছিলো।" নেখলি-উদভে ফেদোছিয়াৰ কাহিনীটো ক'লে।

"আবেদনখন দিছেতো?'

"দিয়া হোৱা নাই. মোৰ লগতে আছে। ভাবিলো দাখিল কৰাৰ আগেয়ে আপোনাক কথাটো এবাৰ কৈ লওঁ।"

"ভাল কৰিলে। বেচেৰী মানুহজনীৰ কাহিনীটো বৰ মৰ্মস্পৰ্শী।"

এইবাৰ নেখলিউদভ গল জেনেৰেলৰ ওচৰলৈ। তেওঁ বৈঠক-খানাত বহি আছিল। মানুহজনে টেবিলত এখন কাগজৰ ওপৰত এখন প্লেট ঘূৰাই লৈ ঘূৰিছে। কাগজখনত লিখা আছিল কিছুমান আখৰ। [illegible] প্ৰশ্ন :

[illegible] পিছত [illegible] যোৱা [illegible] লগত কেনেদৰে চিনাকি হয়।

নেখলিউদভে বেহেৰাজনৰ হাতত এখন [illegible] পঠিয়ালে। [illegible] সময়ত জেনেৰেললৈ শ্লেটখনৰ মাধ্যমত [illegible] আৰু প্ৰশ্ন সুধি আছিল। আৰু সেই প্ৰশ্নৰ [illegible] উত্তৰ দি আছিল। আখৰৰ পিছত আখৰ চুই চুই [illegible] আখৰ পৰা পোৱা উত্তৰৰ বানান তেতিয়ালৈ জুকিয়াই থকা হৈছিল। সেই আখৰবোৰে পৰস্পৰে পৰস্পৰক চিনি পায় যোৱা শব্দ কেইটা লিখাত হৈ গৈছে। শ্লেটখনে শেষত 'প' আৰু পিছত 'ৰ' আখৰৰ ওপৰেদি গৈ 'ম' আখৰটোলৈ আহি একেবাৰে বৈ গ'ল আৰু ইফাল সিফাল কৰি ছটফটাই ঘূৰি ফুৰিবলৈ ধৰিলে। জেনেৰেলৰ ধাৰণা সেই আখৰটো 'শ' হোৱা উচিত।

নেখলিউদভ সোমাল। জেনেৰেলজনে তাৰ খবৰা খবৰ সুধিলে। তাৰ পিছত কিছু কথা-বতৰাৰ পিছত সুযোগ উলিয়াই সি 'ভস্তোতা' নামৰ কয়দীজনীৰ মুক্তিৰ বাবে অনুৰোধ কৰিলে।

জেনেৰেলজনে ক'লে যে মানুহজনীৰ মুক্তিৰ বাবে কোনো নিৰ্দেশ অহা নাই। আহিলেই মুকলি কৰি দিব পাৰিব। নেখলিউদভে এক প্ৰকাৰ নিশ্চিত হ'ল আৰু বিদায়ৰ কাৰণে নেখলিউদভে নমস্কাৰ জনালে।

বুঢ়া জেনেৰেলজনে এনে এটা সময়ত নেখলিউদভৰ উপস্থিতি ভাল পোৱা নাছিল। তেওঁ অসন্তোষৰ ভঙ্গিত মুখটো লৰালে আৰু পুনৰ আত্মাৰ প্ৰশ্ন লৈ শ্লেট আৰু কাগজখনৰ লগত ব্যস্ত হ'ল।

নেখলিউদভ ওলাই আহিল। ফিটন গাড়ীখনত উঠি নিজে নিজে ফোৰফোৰালে: "নিবস ঠাইখনৰ নিচিনাকৈ মানুহজনো নিবস ....।"

॥ পাঁচ ॥

পিছদিনা আহিল ভিলৈচৰ মাছলতাৰ লোচবৰ [illegible] দিন।

[illegible]

চিনেট ভৱনৰ প্ৰৱেশ-দ্বাৰত থিয় হ'লগৈ নেখলিউদভ আৰু ফেনে-ৰিণ। ফেনেৰিণ গৈ উকীলৰ কোঠাত সোমাল। তাৰ পিছত খবৰ ল'লে চিনেটৰ আটাইবোৰ সদস্য আহি পালে নে নাই। তেওঁ মাছল-ভাৰ গোচৰ সম্পৰ্কতে আহিছে বুলিও আদালতৰ কৰ্মচাৰীজনক জনালে।

যথাসময়ত চিনেটত বিচাৰ আৰম্ভ হ'ল। নেখলিউদভ আৰু অন্যান্য শ্ৰোতাসকল বাওঁফালেদি সোমাই বিচাৰ-কক্ষত প্ৰৱেশ কৰিলে। ফেনেৰিণ বহিলগৈ ৰেলিঙৰ ওচৰৰ আসনত।

এটা সময়ত পেচকাৰে ঘোষণা কৰিলে, 'আদালত হাজিৰ।"

লগে লগেই চিনেটৰসকল সোমাই আহিল আৰু নিজৰ নিজৰ আসন গ্ৰহণ কৰিলে। তেওঁলোকৰ লগে লগে প্ৰৱেশ কৰিলে মুখ্য সচিব আৰু চৰকাৰী উকীল।

চৰকাৰী উকীলক দেখিয়েই নেখলিউদভে চিনি পালে। ছাত্ৰা-ৱস্থাত দুয়োজন আছিল অন্তৰংগ বন্ধু। নাম ছেলেনিন।

আদালতত প্ৰথমতে এটা মানহানি মোকৰ্দমাৰ বিচাৰ হ'ল। নেখলিউদভে এইটো বিচাৰৰ নমুনা দেখিয়েই বুজিলে যে চিনেটে গোচ-ৰৰ ভাল-বেয়া কথাৰ বিচাৰ নকৰে, মাথোন যথাযথভাৱে আইন প্ৰয়োগ হৈছে নে নাই সেইটোহে বিচাৰ কৰে।

উত্থাপন হোৱা গোচৰক লৈ এটা সময়ত বিতৰ্ক হ'ল। বিতৰ্ক ইমান দীঘলীয়া হ'ল যে অৱশেষত আজিৰ আদালতত মাছলভাৰ গোচৰটো বিবেচনা কৰাৰ সময় নহবও পাৰে বুলি নেখলিউদভে ধাৰণা কৰি পেলালে। অৱশেষে এটা সময়ত চিনেটে গোচৰটিৰ ৰায় দিলে 'আপীল নাকচ।'

তাৰ পিছতে পেচকাৰজনৰ পুনৰ প্ৰৱেশ হ'ল। তেওঁ জনালে যে ফেনেৰিণ আৰু নেখলিউদভে মাছলভাৰ গোচৰটো বিবেচনাৰ সময়ত চিনেটৰ আদালতত হাজিৰ থাকিবৰ কাৰণে প্ৰাৰ্থনা জনাইছে।

[illegible] কয়, 'এই গোচৰটো বেচ [illegible]।"

মাছলভাৰ আপীলৰ শুনানী আৰম্ভ হ'ল। উল্‌ফে আপীলৰ যুক্তিবোৰ প্ৰায় সম্পূৰ্ণ কৈ কৈ গ'ল।

অধ্যক্ষজনে ফেনেৰিণৰ ফালে চালে। তাৰপিছত সুধিলে, "এই সম্পৰ্কত আপোনাৰ কিবা কবলগীয়া আছে নেকি?"

ফেনেৰিণ থিয় হ'ল। তেওঁ গলগলীয়া কণ্ঠেৰে অতি দৃঢ় কথাৰ মাজেৰে বক্তৃতা আৰম্ভ কৰিলে। যুক্তি-তৰ্কৰ অৱতাৰণা কৰি বক্তৃতাত তেওঁ দেখুৱালে যে অন্তত ছয়টা বিষয়ত ফৌজদাৰী আদালতে যথাযথ-ভাবে আইন প্ৰয়োগ কৰা নাই। আইনৰ জেৰ নাটানি তেওঁ আচল গোচৰটোৰ ভাল-বেয়াৰ দিশটো সংক্ষেপে উল্লেখ কৰি ক'লে যে দণ্ডাদেশ সুবিচাৰসন্মত হোৱা নাই।

তাৰ পিছত চিনেটৰ ওচৰত মাৰ্জনা ভিক্ষা কৰি ক'লে যে তেখেত-সকলৰ প্ৰতিজনেই হ'ল গভীৰ বিচাৰ-বুদ্ধিসম্পন্ন আইনজ্ঞ, গোটেই কথাখিনিত নিহিত তাৎপৰ্য্যখিনি এইজন উকীলতকৈ তেখেতসকলে ভালকৈ বুজি পাব। চিনেটৰ সন্মুখত তেওঁৰ বক্তৃতা আছিল নিতান্তই কৰ্ত্তব্য-পৰায়ণ এজন ব্যক্তিৰ কথাৰ দৰেই।

বক্তৃতাৰ শেষত ফেনেৰিণে ধাৰণা কৰিলে যে চিনেটে ফৌজদাৰী আদালতৰ ৰায় নিশ্চয় নাকচ কৰিবই। তেওঁ সদৰ্পে হাঁহি এটা মাৰি এবাৰ চাৰিওফালে চালে। নেখলিউদভেও চাই এনেভাবে ইংগিত দিলে যে আপীলৰ জয় অৱশ্যম্ভাৱী। কিন্তু আনহাতে চিনেটসকলৰ মুখৰ ফালে চাই তেনে এটা ধাৰণা কৰিব পৰা নগ'ল।

এইবাৰ চিনেটৰ সদস্যসকল আহিল তেওঁলোকৰ আলোচনা কক্ষলৈ। সকলোৰে মাজত যুক্তি-তৰ্ক আৰম্ভ হল—আটাইবোৰে একমত হব পৰা নাই। উল্‌ফে মত দিলে আপীলৰ সপক্ষে। নিকি-তিনে কিন্তু তেওঁৰ মতৰ বিপক্ষে মত প্ৰকাশ কৰিলে। অৱশেষত গোটেই-খিনি কথা নিৰ্ভৰ কৰিছে জনিকজনৰ ওপৰত। নৈতিক কাৰণত নেখলি-উদভে যে মাছলভাক বিয়া কৰাবলৈ সংকল্প লৈছে, এই কথা শুনি তেওঁ ইমান বিৰক্ত হ'ল যে একমাত্ৰ নৈতিক কাৰণতেই তেওঁ আপীল

[illegible]

অস্বীকাৰ কৰাৰ বাবে মত দিলে। তেওঁৰ কথা হ'ল যে এজনী সামান্য গণিকাক লৈয়েই হৈছে এই গোলমলীয়া কথাবোৰ।

তিনিজন চিনেটৰৰ দুজনে আপীলৰ বিপক্ষে ভোট দিয়াত অধ্যক্ষই ফৌজদাৰী আদালতৰ ৰায়টোকে বাহাল ৰাখিলে। দণ্ডাদেশ অস্বীকাৰ কৰা নহ'ল।

ফেনেৰিণে কাগজ-পত্ৰ লৈ ওলাই আহি আছিল; এনেতে উত্তেজিতভাৱে নেখলিউদভে ক'লে, "দেখিলে, গোচৰটো পানীৰ নিচিনা পৰিষ্কাৰ; অথচ একমাত্ৰ ৰীতি আৰু নিয়মৰ ওপৰত গুৰুত্ব দি এওঁলোকে আপীলটো অগ্ৰাহ্য কৰিলে।"

ফেনেৰিণে ক'লে, "আদালততে মোকৰ্দমাটো নষ্ট হৈ গৈছে।"

"—এতিয়া কি কৰা যাব?"—নেখলিউদভে সুধিলে।

"—মহামান্য সম্ৰাট বাহাদুৰৰ দৰবাৰত আমি আপীল পেছ কৰিম। মই আবেদনখন লিখি দিম।"

অলপ পিছতে উল্ফো ওলাই আহিল আৰু নেখলিউদভক ক'লে, "একো কৰিব নোৱাৰিলো প্ৰিন্স। আপীলৰ কাৰণে যথেষ্ট যুক্তি নাছিল।"

পিটাৰ্চবুৰ্গত থকা কালত নেখলিউদভৰ যি অভিজ্ঞতা হ'ল তাৰ পৰা সি কোনোমতে আশা কৰা নাছিল যে কিবা এটা [illegible] হব। মস্কোত থাকোঁতে সি যিবোৰ পৰিকল্পনা কৰিছিল, জীৱন যাপনৰ কঠোৰ বাস্তৱৰ সংঘাতত যৌৱন-[illegible] সেইবোৰ এতিয়া বিলীয়মান হোৱাৰ উপক্ৰম হৈছে। তথাপি পিটাৰ্চবুৰ্গলৈ 'এবাৰ যেতিয়া আহিছেই, সি ভাবিলে যে [illegible] [illegible]বোৰ [illegible] কাৰ্য্যক্ৰম-পৰিকল্পনা কৰাৰ এটা

চেষ্টা কৰা উচিত। সি স্থিৰ কৰিলে যে পিছদিনা গৈ বগাডিকিঙৰ লগত দেখা কৰিব। তেওঁৰ লগত পৰামৰ্শ কৰি নেখলিউদভে ধৰ্মসম্প্ৰদায়ৰ সম্পৰ্কিত গোচৰৰ আবেদন-পত্ৰৰ ফলাফল বিজনৰ ওপৰত নিৰ্ভৰ কৰিছে তেওঁৰ ওচৰলৈ গৈ এবাৰ চেষ্টা কৰি চাব।

সেই নিজম ৰাতিটোত নেখলিউদভে আৰু কোঠালীত—অকলে। তাৰ বৰ ভাল নালাগিল। মমবাতিডাল নুমাই দি সি বিচনাত পৰিল যদিও তাৰ টোপনি নাহিল। শুই শুই ভাবিবলৈ ধৰিলে—মাছলভাৰ কথা, চিনেটত আপীল নাকচ হোৱাৰ কথা, যিকোনো প্ৰকাৰে মাছলভাক লগ ধৰি তাইৰ লগতে চাইবেৰিয়ালৈ যাবৰ কাৰণে কৰা সিদ্ধান্তৰ কথা, জমিদাৰী বন্ধ এৰি দিয়াৰ কথা ........।

তাৰ পিছত সি ভাবিলে: "চাইবেৰিয়ালৈ যোৱাটো মোৰ পক্ষে ঠিক হবতো! ধন-দৌলত বিষয়-সম্পত্তি সকলো ত্যাগ কৰি মই এই-বোৰ কি কৰিছো?"

তাৰ সমস্ত প্ৰশ্নৰ উত্তৰো হ'ল অস্পষ্ট, অনিৰ্দিষ্ট। সকলোবোৰ যেন কিবা গোলমাল হৈ গ'ল। সি তাৰ আগৰ মানসিক অৱস্থাৰ কথা এবাৰ স্মৰণ কৰিলে, স্মৰণ কৰিলে তাৰ মনৰ গতি তেতিয়া কেনে আছিল। অৱশ্যে সেই শক্তি আৰু বিশ্বাসৰ দৃঢ়তা সি এতিয়া হেৰাই পেলাইছে।

এইবাৰ সি ভাবিবলৈ ধৰিলে: "আচ্ছা—এনেকুৱাওতো হব পাৰে যে এই সকলোবোৰ মাথোন মই মোৰ মনেৰেহে সাজিছোঁ। আৰু এটা কথা, যদি মই নিজে কৰা ঘটনাৰ জেৰ নিজে চলাবিব নোৱাৰো তেন্তে কি হব? ........নিজে উচিত বুলি ভাবি মই যি কৰিছো তাৰ কাৰণে মই যদি এদিন অনুশোচনা কৰিব লগা হয় তেন্তে?

॥ ছয় ॥

নেখলিউদভে পিছদিনা-সাৰ পাই ভাবিলে যে আগদিনা [illegible]

[illegible]

সি এটা গৰ্হিত কাম কৰিলে। পিছত ভাবিলে যে সি গৰ্হিত কাম কৰা নাছিল, সি পাপ-কথাবহে চিন্তা কৰিছিল।

: নহয়, পাপ কাম মই কৰা নাই সঁচা; কিন্তু পাপতকৈও বেছি কিবা এটা কৰিছোঁ; পাপ-চিন্তাক মনত স্থান দিয়াটোৱে হৈছে পাপ কামৰ প্ৰকৃত সূত্ৰপাত।

এটা পাপ কৰিলে অন্য এটা পাপ কৰাটো সহজ হয়, সুগম হয়। পাপে মনত এবাৰ বহি ল'লে সেই পাপ বোধ কৰা বৰ কঠিন। সংকল্প যিমানেই অভিনৱ বা কঠিন নহওক কিয় আচলতে সেইটো জীৱনৰ একমাত্ৰ পথ। সি আগছোৱা জীৱনলৈ ঘূৰি যোৱাটো যিমান সহজ বুলি নাভাবক কিয়, সেই জীৱনলৈ পুনৰ ঘূৰি যোৱা মানেই হব তাৰ অপমৃত্যু।

পিটাৰ্চবুৰ্গত আজি তাৰ শেষ দিন। গতিকে বাতিপুৱাই সি গুস্তভাৰ সন্ধানত ওলাই গ'ল।

গুস্তভা থাকে তেওঁৰ ঘৰটিৰ দোতলাৰ ওপৰত। নেখলিউদভে পাছফালৰ ছিড়িয়েদি উঠি গৈ পালে ৰান্ধনী-শালটো। মহিলা এগৰাকীয়ে তাতে কাম কৰি আছিল।

"—কাক লাগে আপোনাক?"

নেখলিউভে নিজৰ নামটো ক'লে। নাম শুনি মহিলাগৰাকীয়ে গাৰ কাপোৰতে হাতখন মচি আনন্দতে কৈ উঠিল, 'ও—প্ৰিন্স, আপুনি! আপুনি পিছফালৰ দুৱাৰেদি আহিল কিয়? আপুনিযে আমাৰ কি উপকাৰ কৰি দিলে! নহলে বেচেৰী ছোৱালীজনীক সিহঁতে মাৰিয়েই পেলালেহেঁতেন। আহক এইফালেদি আহক।"

এখন ঠেক দুৱাৰেদি সি ভিতৰ সোমাল।

মহিলা গৰাকীয়ে আকৌ ক'লে, "মোৰ ভনীজনীৰ নাম কৰ্নিলভা। তাই এটা ৰাজনৈতিক কথাত জৰিত হৈছিল, বৰ বুদ্ধিমতী ছোৱালী।"

"—কোনজনী"?

গুস্তভা ওচৰতে বহি আছিল। উঠি আহি ক'লে, "মইয়েই গুস্তভা।"

"আপুনি গ্ৰেপ্তাৰ হোৱাৰ বাবে ভেৰা'ইয়েক্ৰেমভনাই বৰ দুখ কৰি আছিল।"

"তেওঁ মোৰ মাহীৰ অন্তৰঙ্গ বন্ধু: মই কিন্তু তেওঁক নিচিনো বুলিলেও হয়।"

বুঢ়ীয়ে ক'লে, "আচলতে ঘটনাটো কি হৈছিল জানে? এজন মানুহে কিছুমান কাগজ আনি দিয়াত মই দিলো আকৌ তাইৰে হাতত। কিন্তু আচৰিত, সেই ৰাতিয়েই পুলিচ আহি ঘৰ খানাতালাচ কৰিলে আৰু সেই কাগজ-পাত্ৰি পাই তাইকো ধৰি লৈ গ'ল। তাইৰ নিচিনা কম বয়সীয়াসকলৰ কাৰণে কাৰাবাস বৰ সাংঘাতিক।"

নেখলিউদভে ক'লে, "কেৱল কম বয়সীয়াসকলৰ কাৰণেই নহয়, সকলোৰে কাৰণে।"

মাহীয়েকে ক'লে, "শুনিছো আচল বিপ্লৱীসকলৰ কাৰণে নিৰ্জন কাৰাবাস শান্তিত বিশ্ৰাম লোৱাৰ নিচিনা। আত্মগোপনকাৰীসকলে সৰ্বদা উদ্বেগ আৰু অভাৱৰ মাজত কটাবলগীয়া হয়। সিহঁতৰ সদায় ভয় নিজৰ কাৰণে, আশ্ৰয় দাতাৰ কাৰণে আৰু অন্যান্য বিপ্লৱীসকলৰ কাৰণে। ধৰা পৰি জেললৈ গলে তেওঁলোকৰ আৰু সেই উদ্বেগ, সেই উৎকণ্ঠা নাথাকে, দায়িত্বৰ বোজা কান্ধৰ পৰা নামি যায় আৰু তেতিয়া পিঠিৰ ওপৰত ভৰ দি বিশ্ৰাম লব পাৰে।"

"তুমি নিজে অৰ্জা অভিজ্ঞতাৰ পৰা কৈছানে?"

"মই দুবাৰো জেল খাটিছোঁ। প্ৰথমবাৰ কিনা অপৰাধত। আৰু বেচেৰী লিদিয়া—তাইক তুমি সহায় নকৰাহেঁতেন তাইৰ যে জেলত কি গতি হলহেঁতেন! এতিয়া তুমি এটা কাম কৰি দিব লাগে। তেওঁবালৈ চিঠি এখন লিখি থৈছোঁ; দিবলৈ পৰা নাই। তুমি যেনে-তেনেমতে কেনেবাকৈ তাইক চিঠিখন পোৱাব লাগে। খামটো খোলা আছে; ইচ্ছা কৰিলে খুলি তুমি পঢ়ি চাবও পাৰা।"

চিঠিখন নেখলিউদভে ল'লে। তাৰ পিছত বিদায় লৈ ওলাই গ'ল।

॥ সাত ॥

অৱশেষত যিটো কামৰ কাৰণে নেখলিউদভ পিটাৰ্চবুৰ্গত থাকিব লগা হ'ল সেই কামটো আছিল গাওঁৰ সম্প্ৰদায়ৰ ঘটনাকে কেন্দ্ৰ কৰি। সি ৰেজিমেণ্টত কাম কৰা সময়ত তাৰ সহধৰ্মী আছিল বগাতিৰিওভ। নেখলিউদভে ভাবিলে সেইজনৰ হাতত্তে সেইটো গোচৰৰ আপীলৰ কথাখিনি চমজি দিয়ে।

সি বগাতিৰিওভক কথাখিনি বুজাই ক'লেগৈ। কথা শুনি মানুহজনে লগে লগেই নিজে কামটো হাতত ল'লে। তেওঁ পৰামৰ্শ দিলে যে প্ৰথমতে নেখলিউদভে নিজে লগ ধৰকগৈ তোপদৰ বোলা বিচাৰকজনক।

নেখলিউদভেও সেইমতে গ'ল. তেওঁক লগো ধৰিলে। মানুহজন আছিল বেলেগ প্ৰকৃতিৰ। তেওঁ নিজকে সাধাৰণ মানুহতকৈ একেবাৰে পৃথক বুলি ভাবিছিল আৰু ধাৰণা কৰিছিল যে ধৰ্ম বিশ্বাসৰ ক্ষেত্ৰত সাধাৰণ মানুহে বিচৰা কথাবোৰ তেওঁৰ নহলেও চলে। অৱশ্যে সাধাৰণ মানুহে ধৰ্মত বিশ্বাস নকৰা কথাও তেওঁ সহ্য কৰিব নোৱাৰে।

ধৰ্ম সম্বন্ধে তেওঁৰ মতটো আছিল কিছুমান কুকুৰা পোহাৰ নিচিনা। গেলি পচি যোৱা বস্তুবোৰ মানুহে ঘিণ কৰে: কিন্তু কুকুৰাই আকৌ সেইবোৰক খাই ভাল পায় কাৰণে কুকুৰা পোহা মানুহেও সেইবোৰকে যোগাৰ কৰি দিবলৈ বেয়া নাপায়। অৱশ্যে তেওঁ ভাবে যে ঈশ্বৰৰ মাক সেবীক পূজা কৰাটো মাত্ৰ এটা পুতলাৰ খেলহে; কিন্তু মানুহে তাকেই ভাল বুলি ভাবে, বিশ্বাসো কৰে। গতিকে কু-সংস্কাৰ হলেও মানুহে তাকেই পোষণ কৰা উচিত।

বিচাৰকজনে নেখলিউদভক ঘটনাটো বিবৰি কবলৈ ক'লে। নেখলিউদভেও ক'লে এনেধৰণে:

গ্ৰীক অৰ্থোডক্স গীৰ্জাৰ পৰা খেদা খোৱা খৃষ্টান সম্প্ৰদায়টোক এখন

ধৰ্মালোচনা সভালৈ মতা হ'ল। আশা কৰা মতে ধৰ্মালোচনা সভায়ো কোনো কাম নিদিলে ; ফলত আইন অনুসৰি বিচাৰত তেওঁলোকে খালাচ পালে। আনহাতে বিচপে দণ্ডাধীশৰ লগত যোগাযোগ কৰি প্ৰমাণ কৰিলে যে সেই সম্প্ৰদায়ৰ মানুহৰ মাজত ইতিমধ্যে হোৱা বিয়া বাৰবোৰ অসিদ্ধ আৰু বে-আইনী। এই বিচাৰৰ ৰায় অনুসৰি গিৰীয়েক-ঘৈণীয়েক আৰু সিহঁতৰ ল'ৰা-ছোৱালীবোৰৰ সকলোকে পৰস্পৰৰ পৰা পৰস্পৰক আঁতৰাই ৰাখিবৰ কাৰণে নানা ঠাইলৈ নিৰ্বাসন দিয়া গ'ল। এতিয়া তেওঁলোকে আবেদন কৰিছে যেন তেওঁলোকে পৰস্পৰে পৰস্পৰৰ লগত বিচ্ছিন্ন নহৈ একেলগে থাকিব পাৰে।

তোপৰভে গোচৰটোৰ বিষয়ে এবাৰ ভালকৈ চিন্তা কৰি চালে। প্ৰথমতে তেওঁ ভাবিলে যে সেইসকল মানুহ বিচ্ছিন্ন হৈ নিৰ্বাসনত থকাই উচিত ; কিয়নো একেলগে থাকিলে সিহঁতে পৰিয়ালসহ অন্যান্য কৃষকসকলৰ ওপৰতো প্ৰভাৱ পেলাব। তাৰ পিছত তেওঁ ভালকৈ গমি চাই দেখিলে যে এই গোচৰটোৰ পৃষ্ঠপোষকতা কৰিছে নেখলিউদভে যাৰ এক প্ৰতিপত্তি আছে পিটাৰ্চবুৰ্গৰ সমাজত। গতিকে তেওঁ ক'লে, "এই ঘটনাটো মই জানিছিলো, ইমান দিনে পাহৰিছে আছিলো। মনত পেলাই দিয়াৰ বাবে আপোনাক ধন্যবাদ দিছো। মই বুজি পাইছো যে গোটেই ঘটনাটো ঘটিছে প্ৰাদেশিক কৰ্তৃপক্ষৰ তৎপৰতাহীনতা আৰু আতিশয্যৰ ফলত।

নেখলিউদভে তেওঁলৈ একাগ্ৰমনে চাই থাকিল। তেওঁ আকৌ ক'লে, "এবা, মই আগৰ সিদ্ধান্তবোৰ প্ৰত্যাহাৰ কৰিবৰ কাৰণে আদেশ দিম আৰু কৃষকসকলেও যেন নিজৰ নিজৰ ঘৰলৈ উভতি যাব পাৰে সেই কথাও আদেশত কম। জনসাধাৰণৰ স্বাৰ্থ ৰক্ষাৰ কাৰণেই মই এই কাম কৰিব লাগিব।"

"তেনেহলে আপোনি আৰু নকৰিলেও হব, নহয় জানো ?

"মই আপোনাক কথা দিছো।"

বিচাৰকজনে অৱশ্যে আৰু পলম নকৰিলে; তেওঁ লগে লগেই কাগজ এখিলা লৈ আদেশটো লিখিলে আৰু নেখলিউদভৰ হাতত দি ক'লে,

"এইখন নিয়ক। আপুনি আদেশৰ কথাটো মানুহবোৰকো জনাই দিব পাৰে।"

কাগজখন হাতত লৈ বিচাৰকজনৰ লগত আৰু বেছি কথা নাপাতি কৰমৰ্দন কৰি বেগাই খোজ কাঢ়ি ওলাই আহিল নেখলিউদভ। ওলাই আহি কিবা এটা বিতৃষ্ণাৰ ভাব প্ৰকাশ কৰি মুখেৰে ভোৰভোৰালে: "জনসাধাৰণৰ স্বাৰ্থ সংৰক্ষণ! তাতকৈ নকলা কিয় নিজৰ স্বাৰ্থ ৰক্ষা বুলি।"

অবিচাৰৰ কবলত পৰি মানুহে কিদৰে দুৰ্দশাত ভুগিব লাগিছে এইকথা তাৰ মনৰ মাজেৰে আকৌ এবাৰ বাগৰি গ'ল। তাৰ মনলৈ আহিল সেই ছবিবোৰ—য'ত সন্তানৰ আৰু নিজৰ পেটৰ তাড়নাত বে-আইনীভাৱে চুলাই মদ বিক্ৰী কৰিব লগা হয়, চুৰি কৰা বুলি মিছা অপৰাধত ডেকা ল'ৰা একোজনক অপৰাধী কৰা হয়, ঘৰত জুই দিয়া বুলি মিছা অপৰাধ জাপি দিয়াৰ পিছত সিহঁত কয়দী হ'ব লগা হয়; ধৰ্মৰ গোড়ামীৰ বিৰুদ্ধে যোৱাটোকে অপৰাধ বুলি গণ্য কৰি শাস্তি দিয়া হয়........। সিহঁতৰ একমাত্ৰ অপৰাধ—সিহঁত প্ৰতিবন্ধক হৈছিল পৰস্বাপহাৰী চৰকাৰী কৰ্মচাৰী অথবা ধনবান মানুহৰ উপভোগৰ পথত বাধাৰ সৃষ্টি কৰি।

ন্যায় নীতি বুলি কৈ একোজন নিৰ্দোষী-লোকে দণ্ড পাব লগা হোৱাতকৈ দহজন দোষী ব্যক্তি পলাই ফুৰাও ভাল। এই নীতি এৰি দিয়া নহ'ব, ইহঁতে এজন প্ৰকৃত আৰু বিপজ্জনক অপৰাধীৰ পৰা মুক্ত হ'বৰ কাৰণে দহজন নিৰপৰাধ ব্যক্তিৰ ওপৰত শাস্তি বিধান কৰে। এনেদৰেই কোনোবাখিনি গেলা অংশ কাটি বাদ দিবলৈ গৈ বহুখিনি ভাল অংশহে কাটি পেলোৱা হৈছে।

## ॥ আঠ ॥

সিদিনা সন্ধিয়া নেখলিউদভৰ উভতি যোৱাৰ কথা আছিল মস্কোলৈ। কিন্তু নগ'ল। আগদিনা তাক মাৰিয়েটে মাতিছিল; সিদিনা একেলগে এখন থিয়েটাৰ চোৱাৰো কথা। মাৰিয়েটৰ যেহকপ চাই তাইক ভালকৈ বুজি লবৰ আগ্ৰহ এটাও নেখলিউদভৰ আছে। অকল সেইটো কাৰণতে সি সেইদিনা মস্কোলৈ গ'ল।

নেখলিউদভে থিয়েটাৰ হল পায়ঁগৈ মানে নাটকৰ দ্বিতীয় অংক চলি আছে।

পেক্ষাগৃহৰ ভিতৰত মাৰিয়েট দৰ্শকৰ মাজত। কাষত গিৰিয়েক — এজন দীৰ্ঘকায়ী সুদৰ্শন পুৰুষ। ক্ষীণদেহী, চালে চকুৰোৱা দেহ-সৌষ্ঠৱ, সাজ-পাৰত সুৰুচিপূৰ্ণা মাৰিয়েট বহি আছিল। নেখলিউদভক দেখিয়েই তাই যেন কৃতজ্ঞতাৰ হাঁহি এটা মাৰি সম্ভাষণ জনালে অৰ্থবহ চকুযুৰি তুলি মৃদু হাঁহি এটি মাৰিলে; আৰু তাৰ পিছত নেখলিউদভক হাত বাউল দি মাতি তাইৰ আৰু গিৰিয়েক বহি থকা আসনৰ পাছফালৰ শাৰীত ওচৰতে থকা খালি আসনখনত বহিবলৈ ইংগিত দিলে।

গিৰিয়েকে নেখলিউদভক নমস্কাৰ জনালে। মৈণীয়েকৰ লগত থকা এই মানুহজনক দেখিয়েই সি বুজিব পাৰিছিল যে সেইজনেই মাৰিয়েটৰ গিৰিয়েক।

নাটকৰ দৃশ্য এটাত দৰ্শকৰ হাত-চাপৰি পৰিল। এই সুযোগতে মাৰিয়েটে গিৰিয়েকক পৰিচয় কৰাই দিলে নেখলিউদভৰ লগত।

নেখলিউদভে ক'লে, "আজি মোৰ মস্কোলৈ যোৱাৰ কথা আছিল; তোমাক কথা দিছিলো কাৰণে নগলো।"

গিৰিয়েকে অন্য কিবা এটা নাভাবক বুলি তাই গিৰিয়েকক ক'লে, "এই দৃশ্যটো যব বঢ়িয়া কৰিলে দিয়া—কি কোৱা?"

চিগাৰেট খোৱাৰ চুটা কৰি গিৰিয়েক এবাৰ বাহিৰলৈ ওলাই গ'ল। নেখলিউদভে বুজিলে যে মাৰিয়েটৰ কবলৈ কোনো কথা নাই। তাক থিয়েটাৰ চাবলৈ মাতিছে কেৱল তাইৰ দেহৰ অনাবৃত সুঠাম কান্ধ আৰু ডিঙিৰ ওপৰলৈ অংগ সৌষ্ঠৱ দেখুৱাবলৈ। সি একালে প্ৰীতি আৰু আনফালে কদৰ্য্যতা অনুভৱ কৰিলে।

নেখলিউদভে দেখা পালে এই আৱৰণৰ আঁৰত থকা তাইৰ প্ৰকৃত ৰূপটো। মাৰিয়েট মোহিনী হয়, পিছে সি জানে যে তাই মিছলীয়া। ........শ শ মানুহৰ চকুত পানী, আৰু আনফালে তাইৰ গিৰিয়েকে নিজৰ ঘৰ আৰু কৰ্মজীৱনৰ উন্নতি সাধিছে। পিছে মাৰি-য়েটৰ বাবে সেইবোৰ কেলেই ? যোৱা কালি তাই যিবোৰ কথা ক'লে, সেই সকলোবোৰ কথা মিছা আছিল বুলি সি বুজি পাইছে। নেখলি-উদভক যাতে তাইৰ প্ৰতি প্ৰেমাসক্ত কৰি তুলিব পাৰে তাৰ কাৰণে তাই একান্ত প্ৰচেষ্টা চলাই থকা কথাও সি বুজি পাইছে!

চিগাৰেটৰ গোন্ধ মুখত লৈ গিৰিয়েক ভিতৰ সোমাল আৰু নেখলি-উদভৰ প্ৰতি এনে এটা অভিভাৱকসুলভ দৃষ্টি নিক্ষেপ কৰিলে যেন তেওঁ তাক চিনিয়েই নাপায়। সি কিবা বুজি পালে আৰু নিজৰ ওভাৰ-কোটটো হাতত লৈ তাৰ পৰা লাহে লাহে বাহিৰ ওলাই গুচি আহিল।

ঘৰলৈ ওভোতাৰ সময়ত সি মন কৰিলে যে তাৰ সন্মুখেদি ধীৰ গতিত খোজ কাঢ়ি গৈছে দীৰ্ঘকায়া, সুঠাম আৰু জাকজমক সাজ পৰিহিতা এগৰাকী ৰমণী। সেই বাটেদি যোৱা সকলো মানুহৰে চকু তাইৰ ওপৰত। তাইৰ কাষেদি পাৰ হৈ যোৱা সকলেও পাছফালৰ পৰাও তাইলৈ উভতি চাই গৈছে। নেখলিউদভৰ খোজৰ গতি তাইতকৈ খৰ আছিল। এটা সময়ত তাইৰ কাষেদি পাৰ হওঁতে সি অনিচ্ছা-সত্ত্বেও তাইৰফালে চাই হাহি দিলে। ততালিকে তাৰ মনত পৰিল মাৰিয়েটলৈ। একেধৰণৰ আকৰ্ষণ-বিকৰ্ষণৰ টনা-আজোৰা লগা যেন

অনুভৱ কৰিলে সি, ঠিক অলপ আগতে থিয়েটাৰ হলৰ ভিতৰত অনুভৱ কৰাৰ নিচিনাকৈ।

খোজ কাঢ়ি কাঢ়ি সি ভাবিলে :

"এইজনী আৰু সিজনী—দুয়োজনীৰ চকুৰ ভাষাৰ অৰ্থ একেটাই। মাত্র প্রভেদ এয়ে যে এই বাটত লগ পোৱাজনীয়ে কেৱল কৰলে বিচাৰিছে—"যদি বিচৰা মোক তুমি দিব পাৰা; যদি নালাগে বুলি ভাবিছা তেনেহলে তুমি যোৱা তোমাৰ নিজৰ বাটেৰে।" আৰু সিজনী মাৰ্বিয়েট তাই ভাও ধৰি এনেধৰণেৰে দেখুৱাইছিল বিচাৰে যেন অতি সূক্ষ্ম, মাৰ্জিত কোনোবা লোকৰ লগতহে তাই বসবাস কৰি আছে। মূলতঃ কিন্তু দুয়োজনী একেই। এইজনীয়ে অন্ততঃ সঁচা কথাকে কৈছে নিৰয়ে; আৰু সিজনী হ'ল মিছলীয়া। অকল সেয়ে নহয়; এইজনী তিৰোতাই ভুগিছে অভাৱৰ তাড়নাত—আৰু সিজনীয়ে খেলিছে খেল, আমোদ কৰিছে এটা ভীষণ, মধুৰ প্রবৃত্তিক সাৎতি। বাটত পোৱা এইজনী যেন এজনী পেলাই দিয়া এগিলাচ পুতিগন্ধময় পানী, পিয়াহে বিতৃষ্ণাৰ ভাব অতিক্রম কৰিলেও এই পানী খাব পাৰি; আৰু সিজনী! সিজনীয়ে হাতত তুলি দিব পাৰে বিষৰ পাত্র, সেই বিষ পান কৰিলে জীৱন হৈ পৰিব বিষময়।"

সেই অভিজাত সমাজখনৰ কথা সি ভাবিলে এইবাৰ: 'মানুহৰ স্থূল প্রবৃত্তিৰ মাজত এটা যে পাশৱিকতা থাকে আৰু সেইটো যে অতি বিৰক্তিকৰ তাত কোনো সন্দেহ নাই। কিন্তু বেতিয়ালৈকে সেই কথা উলংগ হৈ থাকে তেতিয়ালৈকে আমি আমাৰ অধ্যাত্ম চেতনাৰ শিখৰৰ পৰা চাই সেই প্রবৃত্তিক ঘৃণা কৰিব পাৰোঁ। সেই প্রবৃত্তিক আমি প্রতিহত কৰিব পাৰোঁ অথবা তাৰ ওচৰত পৰাজয়ো স্বীকাৰ কৰিব পাৰোঁ; অথচ তাৰ ফলত আমাৰ মৌলিক মানৱিকতা ক্ষুণ্ণ নহয়। কিন্তু সেই একেবিধ পাশৱিকতাই যেতিয়া কাব্য নতুবা নন্দনতত্ত্বৰ আঁৰত গোপনে ছদ্মবেশ ধাৰণ কৰি আগবাঢ়ি আহে আৰু আমাৰ পৰা পূজাৰ দাবী কৰে, তেতিয়া আমি হৈ পৰোঁ সম্পূর্ণ অভিভূত, আৰু হৈ পৰো আলস্য। আৰু এই পাশৱিক প্রবৃত্তিকেই আমি প্রভাৱ আসনত বহুৱাওঁ। সেই অৱস্থাত পাপ-পূণ্য আৰু ভাল-বেয়াৰ মাজত

আমাৰ ভেদাভেদ জ্ঞান লোপ পাই যায়। এই পৰিণতিয়ে হ'ল অতি সাংঘাতিক ........।'

নেখলিউদভৰ মনত সেইবোৰ কথা অতি পৰিস্কাৰ হৈ ওলাইছে। বাহিৰৰ সাজ সজ্জা আৰু বিলাসৰ আঁৰত লুকাই আছে সেই পুৰণি পাপবোৰ। অথচ এইবোৰ অপৰাধৰ কোনো শাস্তি নাই, পাপৰ কদৰ্যতাক যত্ন সহকাৰে ঢাকি ৰখা হয় বাহিৰৰ জাকজমকতা আৰু সমাৰোহেৰে।

সি বিচাৰে এই সকলোবোৰ পাহৰি থাকিবলৈ আজি যি পোহৰ সি দেখা পালে সেই পোহৰ ক'ৰ পৰা আহিল নেখলিউদভে, কব নোৱাৰে। এই আলোকত যি কথা প্ৰকাশ পালে সেইখিনি নেদেখাকৈ থকাৰ উপায় নাই। অৱশ্যে এই অনিবাৰ্য্যবোধে তাক যেনেদৰে আনন্দ দিলে, তেনেদৰে সি উদ্বিগ্নও হৈ পৰিছে।

॥ ন ॥

মস্কোৰ পৰা উভতি নেখলিউদভে অকণো পলম নকৰি গ'ল জেলখানাৰ হাস্পাতাললৈ। আদালতৰ ৰায়ৰ কথাটি সি মাছলভাক অতি দুখেৰে জনাব লাগিব, আৰু কব লাগিব যে উকীল ফেনেৰিনে শেষ চেষ্টা কৰি চাবৰ বাবে সম্ৰাটলৈ এখন আবেদন-পত্ৰ লিখি দিছে।

হাস্পাতালৰ চকীদাৰে নেখলিউদভক চিনি পায়। সি ক'লে যে মাছলভা এতিয়া হাস্পাতালত নাই, তাই আকৌ জেলখানালৈ যাব লগা হৈছে। কথাষাৰ শুনি নেখলিউদভৰ চকু থিয় হ'ল।

"—আকৌ জেলখানালৈ কিয়?'

"—কি কম ডাঙৰীয়া তাইৰ কথা। কম্পাউণ্ডাৰজনৰ লগতো

তাইৰ চুপতি। ডাক্তৰৰ আদেশত তাই আকৌ তালৈকে যাব লগা হ'ল।"

নেখলিউদভে কথাখিনি ভালকৈ বুজিব নোৱাৰিলে। সি স্তম্ভিত হ'ল। ইমান দিন ধৰি সি আনন্দেৰে লক্ষ্য কৰি আহিছে যে তাইৰ হৃদয়ত ধীৰে ধীৰে এটা পৰিৱৰ্তনৰ সূচনা হৈছে। তাৰ মানে নেখলিউদভে নিঃস্বাৰ্থভাৱে কৰা সকলো প্ৰচেষ্টাৰ ফল লাভ কৰিবলৈ তাই অনিচ্ছুক নেকি? নে একমাত্ৰ তাইৰ নিজৰ সুবিধাৰ বাবে নেখলিউদভক কামত লগোৱা ধৰণৰ সেয়া এক নতুন ফন্দি। নে কিবা কৌশল?

সি তাত অলপো পলম নকৰিলে আৰু হাস্পাতালৰ পৰা বেগাই ওলাই গ'ল। ভাবিলেঃ 'এতিয়া মই কি কৰোঁ? তাইৰ লগত এতিয়াও মই মোৰ বান্ধোন ৰখাটো জানো উচিত হ'ব?"

তাৰ পিছত আকৌ ভাবিলে, "নহয় নহয়, অন্ততঃ মোৰ শান্তিৰ কাৰণেই মই এই কামটো এনেদৰে এৰি দিয়া উচিত নহয়; বৰঞ্চ মই আৰু অধিক দৃঢ়হে হ'ব লাগিব। তাই যদি কাৰোবাৰ লগত কিবা কৰিছে—কৰি থাকক, সেয়া তাইৰ ব্যক্তিগত কথা........ মই মোৰ বিবেকৰ দাবী অনুসৰি কাম কৰি যাম

তাইক দেখা কৰিবৰ অনুমতিৰ কাৰণে আগৰজন ইন্সপেক্টৰৰ খবৰ কৰাত জানিলে যে সেইজন বিষয়া ইতিমধ্যে বদলি হৈ গৈছে। এতিয়া আহিছে তেওঁৰ ঠাইত এজন অতি কড়া মানুহ।

নতুন বিষয়াজনক গৈ সি দেখা কৰি মাছলভাৰ লগত সাক্ষাতৰ বাবে অনুৰোধ জনালে। নেখলিউদভৰ পিনে নোচোৱাকৈয়ে সিজনে ক'লে, "নাই নাই, নিৰ্দিষ্ট দিনত বাহিৰে সাক্ষাতৰ অনুমতি দিয়া নহয়।"

"নহয়, মানে সম্ৰাটৰ ওচৰত আবেদনৰ কাৰণে মই তাইৰ এটা চহী লব লাগে।"

"কাগজখন মোক দিয়ক, মই চহী অনাওঁ।"

"মই তাইৰ লগত অলপ কথাও হ'ব লাগে, আগে-পিছেও মোক

অনুমতি দিয়া হৈছে। মই ৰাজ্যপালৰ পৰাও লিখিত অনুমতি পাইছোঁ।"

মানুহজনৰ যেন মাত হৰিল। তেওঁ নেখলিউদভৰ ফালে চালে।

"—চাওঁ অনুমতি দিয়া কাগজখন।"

নেখলিউদভে দেখুৱালে। ইন্সপেক্টৰজনেও অনুমতি দিলে; অৱশ্যে তেওঁয়ো লগতে গ'ল।

মাছলভাই লাজতে ৰঙা পৰি গ'ল, তাই থিয় হৈ থাকিল। মাছলভাৰ গতি-গোত্ৰ দেখি কৰমৰ্দন কৰিবলৈ তাৰ যেন আজি সাহ নগ'ল। সি ক'লে,

"চিনেটত কৰা আপীলত হাৰিলোঁ।"

"মই জানিছিলো।"—তাই তাৰ চকুৰ পিনে চালে।

নেখলিউদভ যেন বিৰক্ত হ'ল।

"হতাশ হব নালাগে, সম্ৰাটৰ ওচৰত আবেদন কৰিম। কিবা লাভ হবও পাৰে।"

'তুমি হাস্পাতাললৈ গৈছিলা? তাত তোমাক মোৰ বিষয়ে কোনোবাই কিবা ক'লে হব পায়।"

"—তাতে কি হ'ল; সেয়া তোমাৰ ব্যক্তিগত কথা।"

সি জেপৰ পৰা কাগজখন উলিয়াই চহী কৰিবলৈ তাইৰ হাতত দিলে। তাইৰ চকুৰ পানী ওলাইছিল, মচি মচি ক'ত কি কৰিব লাগে তাই সুধিলে। নেখলিউদভেও দেখুৱাই দিলে। সি মন কৰিলে—একালে যেন অহমিকাৰ অভিমান আৰু আনকালে এই বেদনাতুৰ তিৰোতা-জনীৰ প্ৰতি তাৰ অনুকম্পা। শেষত যেনিবা পিছৰটোৱেই জয়লাভ কৰিলে। তাই কাগজখনত এটা চহী কৰি দিলে।

নেখলিউদভে তাইৰ ফালে চাই চাই ক'লে, "যি ঘটনাই নঘটক, আবেদনৰ ফলাফল যিয়েই নহওক কিয়, মোৰ সংকল্পৰ কিন্তু অলপো নবদৰ নহয়।"

যিটো ঘটনাক লৈ মাছলভাক হাস্পাতালৰ পৰা বহিষ্কাৰ কৰা হ'ল সেই ঘটনাটো আছিল এনেকুৱা : মুখ্য নাৰ্চজনীয়ে মাছলভাক পঠাইছিল দবৰ ৰখা কোঠালীৰ পৰা কিবা এটা দবৰ আনিবলৈ। দবৰ ৰখা কোঠালীটো আছিল কৰিডৰৰ মূৰত। তাত আছিল কম্পাউণ্ডাৰ-জন। এই মানুহজনে আজি কিছুদিনৰ পৰা মাছলভাৰ পিছত লাগিছে। তেওঁৰ ৰেহ-ৰূপ লক্ষ্য কৰি মাছলভাই তাক এৰাই চলিছে।

মাছলভাই দবৰৰ কোঠালীত সোমোৱাৰ লগে লগেই সি তাইক ধৰিলে সাৱত মাৰি। তাৰ হাতৰ পৰা এৰা দিবৰ বাবে তাইও তাক এনে ধৰণেৰে প্ৰচণ্ড ঠেলা এটা মাৰি দিলে যে সি গৈ পৰিল এটা দবৰৰ বটলৰ ওপৰত। ধমকৈ শব্দ এটা হ'ল।

সেই সময়তে মুখ্য ডাক্তৰজন গৈ আছিল সিফালেদি। শব্দ শুনি তেওঁ কোঠালীত ভুমুকি মাৰি চাই দেখে যে মুখ বঙা কৰি মাছলভাই দুৱাৰমুখলৈ দৌৰি ওলাই আহিছে। ভিতৰত সিজন মানুহ।

তেনে অৱস্থাত দেখা পাই ডাক্তৰৰ খঙে চুলিৰ আগ পালেগৈ। তেওঁ চিঞৰি চিঞৰি গালি পাৰিবলৈ ধৰিলে :

'বেটী ভাল মানুহৰ জীয়েক ; ইয়াতো তই এইখন খেল খেলিছহি ! বাক দেখা যাব তোক !"

ডাক্তৰে আৰু পলম নকৰিলে। তেওঁ গৈ ঘটনাটোৰ কথা ইন-পেক্টৰক ক'লে ; আৰু ক'লে যে মাছলভাৰ ঠাইত অন্য এজনীক তাত দিব লাগে।

এই ঘটনাৰ পৰা পুৰুষৰ প্ৰতি মাছলভাৰ ঘৃণা আৰু দৃঢ় হ'ল ; এই অপবাদে তাইক আৰু এক নতুন বোকা জাপি দিলে। আজি মেথলিউজভক সাক্ষাৎ দিবলৈ আহোঁতে তাই ভাবিছিল যে হাস্পাতাল সংক্ৰান্ত মিছা অভিযোগৰ কথাটো নিশ্চয় কেনেবাকৈ মেথলিউজভৰ কাণতো পৰিবগৈ। কিন্তু তাই আশা কৰিছিল যে মেথলিউজভে কথাটো বিশ্বাস কৰিবলৈ কোনোমতে প্ৰস্তুত নহ'ব। তাই যদি আত্মসমৰ্পণ

কৰি গোটেই ঘটনাটোৰ কথা তাৰ আগত কৈ দিয়ে তেতিয়া তাৰ হয়তো সন্দেহটো আৰু অধিক দৃঢ় হৈ পৰিব।

কান্দি কান্দি ছোৱালীজনী অস্থিৰ হৈ পৰিছিল. তাইৰ কণ্ঠ ৰুদ্ধ হৈ গৈছিল আৰু সেই কাৰণেই তাই এষাৰ কথাও কব নোৱাৰিলে।

মাছলভাই নেখলিউদভৰ লগত সাক্ষাতৰ সময়ত এইবোৰক লৈয়েই দুবাৰো কঠোৰ ব্যৱহাৰ কৰিলে। অথচ প্ৰকৃততে তাই কিছুদিনৰ পৰা তাক আকৌ ভাল পাবলৈ আৰম্ভ কৰিছে। অনিচ্ছাসত্ত্বেও নেখলি-উদভৰ সকলো ইচ্ছা পূৰণ কৰিব বুলিও যে তাই ভাবিছিল এই কথাও তাই তাক জনাব নোৱাৰিলে। নেখলিউদভে বেয়া পায় কাৰণে তাই মদ খোৱাৰ নিচিনা বদভ্যাসবোৰো ত্যাগ কৰিছিল। অৱশ্যে তাই অনুভৱো কৰিছিল যে নেখলিউদভে তাইক বিয়া কৰাই দুৰ্ভাগ্যহে চপাই লব খুজিছে। তাই নিবিচাৰে—সেইজন মানুহ গভীৰভাবে আহত হওক, বেদনা পাওক। নেখলিউদভে হয়তো এতিয়াও ভাবিছে যে হাস্পা-তালত কিবা দুষ্কৰ্ম হৈ গৈছে বুলি। এই কথাটোত সি যিমান যন্ত্ৰণা পালে তাতকৈ বৰং তাইৰ দণ্ডাদেশ বাহাল থকা সংবাদতো সি সিমান আঘাত পোৱা নাই।

॥ দহ ॥

দণ্ডাজ্ঞা পোৱা কয়দীবোৰৰ যিটো দলক প্ৰথমতে চাইবেৰিয়ালৈ পঠোৱা হব, সেইটো দলত মাছলভাও যাব লাগিব। গতিকে নেখলি-উদভে দেখিলে যে সিহঁতৰ লগত সিও যাবলৈ প্ৰস্তুত হবৰ হ'ল। ইয়াত থকা সময়ত তাৰ কামৰ অন্ত নাই; তথাপি সি সকলো কাম বাদ দি হলেও যাবই।

নেখলিউদভে তাৰ কাগজ-পাতিবোৰ তিনিভাগত ভাগ কৰি ল'লে। প্ৰথম ভাগত পোৱা কাগজ-পত্ৰ মাছলভাৰ মোকদ্দমা সম্পৰ্কীয়।

তাত মাটি বাৰীৰ বিষয়ে মি. লৰ খোজা ব্যৱস্থাৰ চুক্তি-পত্ৰও আছে, আৰু তৃতীয় ভাগত হ'লে জেলৰ কয়দীসকলক সহায়তা কৰা বিষয়ক কাগজ-পত্ৰবোৰ। সেই সহায়তাৰ বাবে আবেদনবোৰ আহিছে এটাৰ পিছত এটাকৈ। কয়দীসকলৰ সংস্পৰ্শলৈ অহাৰ পিছতে সিহঁতৰ কষ্টবোৰ অনতিপলমে লাঘৱ কৰাৰ কাৰণে মধ্যস্থতা কৰাটো আছিল নেখলিউদভৰ অন্য এটা প্ৰধান কাম। গোচৰবোৰক সি পাঁচটা ভাগত ভগাই লৈছিল: নিৰপৰাধী লোকে অনাহকত ভোগ কৰা শাস্তিৰ কাগজবোৰ এটা ভাগত; খং, আবেগ' ঈৰ্ষা আৰু সন্দেহ অথবা সুৰাপান কৰা সম্পৰ্কীয় বিশেষ পৰিস্থিতিবোৰ এটা ভাগত; নিজে স্বাভাৱিক বুলি ভাবি কৰা অপৰাধ, নৈতিক ধাৰাৰ উৰ্দ্ধত থাকি সৰ্বসাধাৰণৰ গতানুগতিক ৰীতি ভংগ কৰা বুলি অভিযুক্ত আৰু ব্যক্তিৰ দোষতকৈও সমাজৰ দোষত অভিযুক্ত হোৱা সকলৰ কথাৰ বিষয়ে ভাগে ভাগে কাগজ পত্ৰবোৰ।

মাছলভাক যিটো দলৰ লগত নিয়া হ'ব সেই দলটোৱে জুলাই মাহৰ পাঁচ তাৰিখে চাইবেৰিয়ালৈ যাত্ৰা কৰিব। যাত্ৰাৰ কাৰণে নেখলিউদভো সাজু হ'ল।

ৰেলগাড়ীখন যাব আবেলি তিনি বজাত। তাৰ ইচ্ছা যে দলটিয়ে ৰেল-ষ্টেচনলৈ কেনেকৈ যাত্ৰা কৰে সেই দৃশ্য চাই চাই তেওঁলোকৰ লগতে সিও ৰেল-ষ্টেচনলৈকে যাব।

যাত্ৰা কৰাৰ আগে আগে সি পিটাৰ্চবুৰ্গত লিখা ডায়েৰীটো এবাৰ পঢ়ি চাবলৈ তাৰ মন গ'ল। এটা পাত সি পঢ়িলে:

'কাতিউছাই মোৰ ত্যাগ স্বীকাৰ কৰিবলৈ সন্মত নহয়; ওলোটাকৈ বৰং তাইহে নিজকে বলি দিব খোজে। তাইৰ জয় হৈছে— মোৰো হৈছে। তাইক বিশ্বাস কৰিবলৈ মোৰ ভয় লাগে, অথচ আশাও কৰি আছো যেন তাইৰ অন্তৰত এটা পৰিৱৰ্তনৰ সূচনা হয়। তাতেই যেন মই পাম পৰম আনন্দ ....।

তাৰ পিছত অন্য এটা পৃষ্ঠা পঢ়িলে :

মই এটা বৰ কঠিন সময়ৰ মাজেদি আগবাঢ়ি আছো, কঠিন হলেও সময়বোৰ বৰ আনন্দদায়ক। আজি হাস্পাতালত এটা অতি ঘৃণনীয় আচৰণ হৈছে বুলি শুনিলো ; শুনি মোৰ মনত বেদনা লাগিল। এনে কথা হব পাৰে বুলি মই ভাবিবও নোৱাৰো।'

'এটা ঘৃণাৰ ভাব লৈ মই আজি তাইৰ লগত কথা পাতিলো। তাৰ পিছত হঠাৎ মনত পৰি গ'ল—তাই যি দোষত দোষী বুলি ভাবি মোৰ ঘৃণা উপজিছে তেনেকুৱা কিমান দোষ মই নিজে মোৰ জীৱনত কিমানবোৰ কৰিছোঁ—আৰু এতিয়াও কৰি আছোঁ ......।'

কয়দীসকলৰ লগত যাবলৈ নেখলিউদভ ওলাই গ'ল। মাহটো আছিল জুলাই, অসহ্য গৰমৰ দিন। বতাহ আছিল হয়, পিছে সূৰ্যৰ তাপে সেই বতাহকো উত্তপ্ত কৰি আৰু বেছি অসহনীয় কৰি তুলিছে। তাতে আকৌ বতাহে কঢ়িয়াই আনিছে কৰবাৰ পৰা দুৰ্গন্ধবোৰ।

বাটত মানুহ নাই বুলিবই পাৰি। তিৰবিৰাই থকা ব'দৰ মাজেদিয়েই চলি আছে ট্ৰাম-গাড়ীবোৰ ঘণ্টা বজাই বজাই, ঘোঁৰাগাড়ীৰ ঘোঁৰাবিলাকৰ মূৰবোৰ কাপোৰেৰে ঢকা

সি গৈ জেলখানাৰ ওচৰ পাইগৈ মানে কয়দীবিলাকক তেতিয়ালৈকে সাজু কৰা হোৱাই নাই। পুলিচৰ জিম্মালৈ হস্তান্তৰ কৰাৰ কাম চলিয়ে আছে। কয়দীৰ দলত আছে পুৰুষ ছয়শ বেইশজন আৰু তিৰোতা চৌষষ্ঠিজনী।

নামবোৰ মাতি মাতি পঞ্জীভুক্ত কৰি থকা হৈছে তাৰ পিছত ডাক্তৰী পৰীক্ষা আৰু প্ৰত্যেককে কিবা কিবা প্ৰশ্ন কৰাৰ পিছত প্ৰত্যেকৰে বিষয়ে একোটা বিৱৰণ দিয়া হৈছে। মূৰত ব'দৰ প্ৰখৰ উত্তাপলৈ কয়দীবোৰ থিয় হৈ আছে একেৰাহে তিনিঘণ্টা ধৰি। এইসকল কয়দীয়ে বেলষ্টেচনলৈ দীঘলীয়া বাট খোজকাঢ়ি যাব লাগিব সেই প্ৰখৰ ব'দ আৰু উত্তাপ সহ্য কৰি। কয়দীসকলৰ মাল-বস্তুবোৰ এখন গাড়ীত তুলি নিয়া হ'ব ; সেই গাড়ীখনতে তুলি নিয়া হব বেমাৰী আৰু অলৰ কয়দীবোৰকো।

কিন্তু ভাতবত থিয় হৈ আছে কিছুমান কয়দীৰ আত্মীয়-স্বজন সকল। তেওঁলোকে সুযোগ চাই আছে নিজৰ নিজৰ মানুহবোৰক কেনেবাকৈ পুলিচে নেদেখাকৈ এবাৰ মাত দিবৰ বাবে, কিম্বা এটা বস্তু হাতত টিপতে গুজি দিবৰ বাবে ...।

পুৰুষ আৰু মহিলা কয়দীবোৰক শাৰীত থিয় কৰাই কাৰোবাক কাৰোবাক জৰিত শিকলি লগোৱা হ'ল। তাৰ পিছত আকৌ গণনা কৰিলে। গণনাৰ শেষত বন্দীবাহিনীৰ অধিনায়ক কিবা এটা হুকুম দিলে। লগে লগেই দুৰ্বল, অসুস্থ আৰু অলৰ পুৰুষ আৰু তিৰোতা-বোৰক বাচি বাচি গাড়ীত তুলি দিলে। পুলিচৰ বেতৰ কোব বা হাতৰ মুঠিৰ খুন্দা খোৱাৰ অন্তত কয়দীসকলে নিৰবে যাত্ৰাৰ সংকেতৰ বাবে অপেক্ষা কৰি ৰৈ আছে।

তাৰ পিছত এজন বিষয়াই হুকুম দিলে—

"—মাৰ্চ।"

লগে লগেই কয়দীৰ যাত্ৰা আৰম্ভ হ'ল। কয়দীৰ শাৰীৰ দুয়ো-কাষে বন্দুকধাৰী চিপাহী। কয়দীবোৰৰ প্ৰথম শাৰীত গৈছে সশ্ৰম কাৰাদণ্ডৰে দণ্ডিতসকল - সিঁহঁত জৰি শিকলিৰে বন্ধা। তাৰ পিছৰ শাৰীত গৈছে নিৰ্বাসিতসকলৰ দলটো, তাৰ পিছৰটোত দুজন দুজনকৈ সাঙুৰি একেলগে হাত কেৰেয়া লগাই বান্ধি নিয়া কয়দী বোৰ আৰু তাৰ পিছৰ দলটো মহিলাৰ। সৰ্বশেষত গৈছে গাড়ীৰে বোৱা সেই দুৰ্বল, অসুস্থ কয়দীবোৰ।

শেষৰ গাড়ীখনৰ পাছে পাছে যাব পৰাকৈ নেখলিউদভে এখন ঘোঁৰাগাড়ীত উঠিল। সি গাৰোৱানজনক ক'লে,—সি যেন গাড়ীখন বেগাই নৈ যায়। গাড়ীখন বেগাই গলে শাৰী পাতি গৈ থকা কয়দী-বোৰৰ মাজত তাৰ চিনাকি কোন কোন আছে চাই যাব পাৰে। এইদৰে মহিলা কয়দীবোৰৰ মাজত মাছলভা ক'ত আছে বিচাৰি উলিয়াব পাৰিব। তাইক দেখিলেই সি সুধিব—তাইলৈ সি যিবোৰ বস্তু পঠাইছিল, সেইবোৰ তাই পালেনে নাই।

আজিৰ দিনটো গৰম বতাহ বলা নাই। যদিও দুপৰীয়া কয়দী-

যোৰে খোজকাঢ়ি গৈছে প্ৰচণ্ড বেগেৰে। নেখলিউদভৰ গাড়ীৰ বেগ সিহঁতৰ বেগতকৈ বেছি।

তিৰোতাসকলৰ শাৰীৰ ওচৰ পায়েই সি দেখা পালে মাছলভাক। তাই খোজকাঢ়ি গৈছে তিৰোতকলৰ দ্বিতীয় শাৰীত। তাইৰ আগে আগে গৈ আছে এজনী গৰ্ভৱতী কয়দী। মাছলভাৰ মুখত এটা শান্ত স্থিৰ সংকল্পৰ ভাব। সি তাইৰ ওচৰেদি যাওঁতে তাইক কথাটো সুধিব খুজিছিল; কিন্তু কাষে কাষে গৈ থকা ৰক্ষীবাহিনীৰ তহলদাৰী চাৰ্জেণ্টজনে দেখে বুলি সুধিব নোৱাৰিলে।

তীব্ৰ ৰ'দত চকু মেলিব নোৱাৰা সত্বেও আলিৰ কাষৰ দোকান-ঘৰ, দুৱাৰ মুখ, খিৰিকীমুখৰ পৰা আৰু গছৰ তলৰ পৰা মানুহবোৰে চাই আছে এই শোভাযাত্ৰাটো।

জীৰ্ণ-শীৰ্ণ চেহেৰাৰ সৰু ল'ৰা এটিয়ে চাই আছিল এই শোভাযাত্ৰাত থকা কয়দীসকললৈ—একে দৃষ্টিৰে। সি যেন ভাবি আছিল: এই কয়দীসকলো অন্য মানুহৰ দৰে একে মানুহ। অন্য মানুহবিলাকেও কিজানি এইসকল মানুহৰ প্ৰতি অন্যায় কৰিছে। কয়দীসকলৰ মূৰৰ চুলি খুৰাই দিয়া আৰু শিকলিৰে ভৰিত বন্ধা দেখি পোনপ্ৰথমে তাৰ ভয় লাগিছিল। এতিয়া সেই ভয়ৰ পৰিবৰ্তে সি ভাবিছে- যি সকলে এই কয়দীসকলৰ মূৰ খুৰাই দিলে আৰু শিকলিৰে ভৰি বান্ধিলে, সিসকলে মানুহ হৈও ইমান পাষাণ নে? দুখত তাৰ অন্তৰ ফাটি যাওঁ যাওঁ হ'ল—সি ক্ৰমাগতভাৱে চেষ্টা কৰিলে তাৰ চকুলো বন্ধ কৰিবলৈ। তাৰ পিছত ভাবিলে যে এনে কথাক লৈ কন্দাটোও বৰ লাজৰ কথা।

## ॥ এঘাৰ ॥

কয়দীসকলৰ খোজৰ গতি-বেগৰ লগত তাল ৰাখি নেখলিউদভে খোজ কাঢ়িবলৈ ধ'লে। গাত পিন্ধা আছে পাতল বৰণৰ কাপোৰ;

তথাপি তাৰ গৰম লাগিছিল। তাকোঁকৈ ডাঙৰ কথা হৈছিল যে বতাহে লগত উৰি পুৰা ধূলিয়ে তাক উশাহ-নিশাহ লোৱাত বৰ কষ্ট দিছিল। অলপ দূৰ খোজ কাঢ়ি সি আকৌ ঘোঁৰাগাড়ীখনত উঠিল; তথাপিতো গৰমত বৰ নোৱাৰিলে।

বাটতে যাওঁতে সি দেখিলে কেইটামান মুক্ত ল'ৰাই আইচ ক্ৰীম খাই আছে। পিয়াহত তাৰ অন্ঠ-কন্ঠ শুকাই গৈছিল। সিহঁতক সুধিলে,

"ইয়াত কৰবাত পানী পোৱা যাব নেকি?"

সিহঁতে ওচৰৰে দোকান এখন দেখুৱাই দিলে। দোকানখন দেখি নেখলিউদভে অনুমান কৰিলে যে তাত বেছি গ্ৰাহক নাযায়। গোটেই-খন লেতেৰা, ধূলি-আৱৰ্জনাৰে ভৰা। নেখলিউদভক দেখি দোকানীয়ে চালে এক কৌতূহলী দৃষ্টিৰে। কেক এখন গামোছাৰে ঢাকি দিছিল দোকানীজনে; কিন্তু সি নলৈছিল। থিয় হৈয়ে এবটল চোডা-পানী লৈ খালে।

এইখিনি সময়তে কয়দীৰ দলটো কিছুদূৰ আগবাঢ়ি গৈছিল। গতিকে দোকানীক চোডা বটলৰ দামখিনি দিয়েই ততালিকে তাৰ পৰা ওলাল দলটোক লগ ধৰিবৰ মনেৰে।

বতৰটো যেন আৰু বেছি উত্তপ্ত হৈ উঠিছে। সি গাড়ীৰ ওপৰত বহি ললে আৰু কিবাকিবি আকাশ-পাতাল ভাবি গৈ থাকিল।

হঠাৎ তাৰ চকুত পৰিল এটা ডাঙৰ ঘৰৰ প্ৰৱেশদ্বাৰৰ সন্মুখত এদল মানুহৰ ভিৰ। কাষতে ৰক্ষী বাহিনীৰ এজন লোক। তাৰ হাতত এটা ৰাইফল।

পাহৰাদাৰজনে ক'লে, "এজন কয়দীৰ কিবা এটা হৈছে।"

নেখলিউদভে ততালিকে গাড়ীৰ পৰা নামিল। ভিৰৰ মাজেদি গৈ সি ডিঙি মেলি চালে: নৰ্দমাটোৰ কাষতে শিলৰ ওপৰত পৰি আছে এজন আধবয়সীয়া কয়দী, মুখখন ৰঙা হৈছে সেন্দুৰৰ নিচিনা। তেজৰ নিচিনা তাৰ ৰঙা চকুৰ দৃষ্টি আকাশৰ ফালে বহুপৰ হৈ হৈ তাৰ বুকুখনে উঠা-নমা কৰি আছে। নেখলিউদভে কৈ উঠিল,

"ইমান দুৰ্বল মানুহবোৰক এই গৰমত খোজ কঢ়াই কঢ়াই

কাষতে চাই থকা এজনী তিৰোতাই ক'লে. "নাৰাচিবই।"

ওচৰতে বৈ থকা পুলিচজনে থিয় হৈ আছে অতি উত্তেজিত আৰু বিভ্ৰান্ত হৈ। তথাপি সি ক'লে, "আপোনালোকে এনেহেন গৰমত মানুহজনক আগুৰি ধৰিছে কিয়? আপোনালোকে যাব নে নাযায়? কি চাবলৈ আছে ইয়ালৈ?"

কোনোবা এজনে কৈ উঠিল, "যাৰ যি কাম তেওঁ যদি সেই কাম কৰিলেহেঁতেন তেনেহ'লে এই মানুহজনে এনেভাৱে মৰিব লগা নহ'লহেঁতেন। সি বেচেৰা কয়দী হলেও মানুহহে।"

এনেতে আহিল কৰবাৰ পৰা এটা কৰ্তব্য-ব্যঞ্জক কণ্ঠস্বৰ। তাৰ পিছত দেখা গ'ল এজন পুলিচ বিষয়া। তেওঁ ভিৰ ফালি চিঞৰি ক'লে, "ইয়াৰ পৰা যাওক—ইয়াত ভিৰ কৰিছে কিয়? কি লাগে ইয়াত?" তাৰ পিছত কয়দীজনৰ মুখটো দাঙিয়েই যেন কিবা এটা বুজি পালে। পিছত পুলিচজনলৈ চাই সুধিলে,

"কেনেকৈ হ'ল?"

পুলিচজনে ক'লে।

"—গাড়ী এখন আন. ইয়াক ওচৰৰ থানালৈ লৈ যা।"

ওচৰত আৰু অন্য গাড়ী নাছিল। নেখলিউদভে ক'লে, "মানুহজনক অলপ পানী খুৱাব পাৰিলে ভাল আছিল।"

চিপাহীজনে কৰবাৰ পৰা পানী অলপ লৈ আহিল। কয়দীজনৰ মুখটো দাঙি পানী অলপ খুৱাবলৈ যত্ন কৰিলে—ঢোক মাৰিবৰ শক্তি তাৰ নাই, দুই কোৱাৰীয়েদি পানীখিনি বাগৰি গ'ল।

পুলিচ বিষয়াজনে ক'লে, "তাৰ মূৰত চালিদে।" তাৰ পিছত ইকালে, সিকালে চাই নেখলিউদভে নিয়া ঘোঁৰা গাড়ীখন দেখি ক'লে, "সেইখনচোন এখন গাড়ী আছে—সেইখন নিনিয় কিয়? এই গাৰোৱান. ইফালে আহ।"

সি ক'লে, "মোৰ ভাড়া আছে।"

নেখলিউদভে ক'লে. "গাড়ীখন মইয়েই ভাড়াত আনিছোঁ, নিব পাৰে।" তাৰ পিছত গাৰোৱানক উদ্দেশ্য কৰি ক'লে, "ভাড়াখিনি মইয়েই দিম, তই লৈ যা।"

'কয়দীজনক' গাড়ীত তুলি লোৱাই দিয়া হ'ল। থানা অভিমুখে গাড়ীখন আগবাঢ়ি গ'ল। নেখলিউডভেও গ'ল পাছে পাছে খোজ কাঢ়ি।

পুলিচ থানা পোৱাৰ লগে লগে কেইজনমান পুলিচে ঘোঁৰাগাড়ী-খনৰ চাৰিওফালে ঘেৰি ধৰিলে। তাৰ পিছত প্ৰাণহীন কয়দীজনৰ ভৰিত ধৰি টানি উলিয়াই দাঙি লৈ গ'ল এটা কোঠালীলৈ। সেইটো কোঠালীতে দুজন বেমাৰী কয়দী পৰি আছিল দুখন খাটত।

ডাক্তৰখানাৰ এজন কম্পাউণ্ডাৰ আছিল। তেওঁ চুই চালে আৰু ক'লে 'শেষ হৈ গৈছে। শটো লাহ ৰখা ঘৰলৈ নিব লাগে।"

কয়দীজনৰ মৃতদেহটো শৱদেহ ৰখা ঘৰলৈ নি থৈ আহিলগৈ। নেখলিউডভক চকুত পৰাত পুলিচ বিষয়া এজনে ৰঙা চকু দেখুৱাই সুধিলে,

"কি লাগে তোক?"

"একো নালাগে।"

"একো নালাগে যদি যা ইয়াৰ পৰা।"

নেখলিউডভে বিষয়াজনৰ কথা মানিলে। উভতি আহি দেখে যে গাড়ীৰ গাৰোৱানজন গাড়ীতে শুই পৰিছে। সি তাক জগালে আৰু পুনৰ যাত্ৰা কৰিলে ৰেল-ষ্টেচন অভিমুখে।

অলপ দূৰ গৈ আছে। এনেতে দেখিলে ওলোটা ফালৰ পৰা এখন গাড়ীত ৰাইফলধাৰী পুলিচ কেজনমান। গাড়ীৰ ভিতৰত এজন কয়দী। দেখিয়েই বুজা গ'ল যে কয়দীজন বাচি থকা নাই।

নেখলিউডভে তাৰ গাড়ীখন আকৌ ঘূৰাবলৈ ক'লে সেইখন গাড়ীৰ পাছে পাছে। গাড়ী গৈ এটা সময়ত আকৌ পুলিচ থানা পালে। এজন পুলি, বিষয়া ওলাই আহিল। তেওঁক জনোৱা হ'ল। তেওঁ ক'লে, "আৰু এজন গ'ল দুজন হ'ল। দুয়োৰে লোতালীক লৈ যা আস্তাবলৰ কোণত থকা কোঠালৈ।"

আগৰটো মৃত কয়দীক নিয়া দি এইটোকো লৈ যোৱা হ'ল। নেখলিউডভে কথা কাণ্ডবোৰ খৰ লাগি চাই আছিলে। পুলিচ বিষয়া-জনে তাক ক'লে, "ইয়াত কি লাগে?"

[illegible]

নেথলিউডভে শৱদেহটোলৈ একান্তমনে চাই আছে: "আগৰজন কয়দী আছিল যিমান কদাকাৰ এইজন কয়দী সিমান সুন্দৰ—অসাধাৰণ সুন্দৰ, যিমান ধুনীয়া তাৰ মুখশ্ৰী তিমান ধুনীয়া তাৰ সৰ্বশৰীৰ। একেবাৰে প্ৰস্ফুটিত যৌৱন। সুগঠিত ললাট প্ৰাণহীন দুটা চকুৰ ওপৰেদি ধনুৰ নিচিনাকৈ বৈ পৰা চেলাউৰি মুখত যেন এটা মৃদু হাঁহি, ভাৱত শান্ত, সুগম্ভীৰ । এটা উচ্চতৰ জীৱনৰ সম্ভাৱনা ধ্বংস হৈ গ'ল। এজন মানুহ যে মৰি গ'ল তাৰ বাবে কাৰো মনত দুখতো নালাগিলেই, এনেকি এটা শক্তিমন্ত সমৰ্থ আৰু কৰ্মক্ষম জীৱন যে শেষ হৈ গ'ল তাৰ কাৰণেও কাৰো দুখ নালাগিল। সিহঁতৰ একমাত্ৰ চিন্তা—এই শৱদেহটো গেলি পচি যোৱাৰ আগতেই জঞ্জালটো শেষ কৰি পেলাব পাৰিলেই হয়।

মৃতকৰ ভৰিত বন্ধা শিকলিডালৰ কথা মনত পৰি পুলিচ অফিচাৰ জনে ক'লে, "ভৰিৰ শিকলিদাল কমাৰৰ হতুৱাই কটাই উলিয়াব লাগে।"

এজন ডাক্তৰ আহিছিল শটো পৰীক্ষা কৰিবলৈ। নেথলিউডভে সুধিলে, "কেনেকৈ মৰিল?"

"—কেনেকৈ মৰিল কব লাগে? গৰম আৰু ঠাণ্ডাত মানুহ কিয় মৰে কব লাগে? বাকীখিনি কথা তেওঁলোকক সোধক"—বুলি পুলিচ বিষয়াজনক অৰ্থ কৰি ক'লে। তাৰ পিছত সুধিলে 'আপুনি কোন?"

"মই এজন ......।" এই বুলি কৈয়েই নেথলিউডভ উভতি আহিল। সি দেখিলে যে গাৰোৱানজন আকৌ শুই পৰিছে।

॥ বাৰ ॥

নেথলিউডভে ৰেল-ষ্টেচন পাওঁতে পলম হৈছিল। ইতিমধ্যে কয়দী-বোৰে ৰেলত বহি লৈছে। তালৈ গৈ সি পালে যে বাটত আৰু তিনি

জন কয়দীয়ে প্ৰাণ এৰিছে। ইয়াৰ আগতে সি নিজে দুজন কয়দী মৰা দেখিছেই। পিছৰ তিনিজন ছেলো গৰমতে মুখ উবুৰি দি মৰিল। ৰক্ষী বাহিনীৰ জিম্মাত থকা অৱস্থাত যি পাঁচজন লোকৰ মৃত্যু হ'ল সেই মানুহ কেইজনক নমৰাকৈও ৰাখিব পৰা গৈছিল; অথচ এনেক্ষেত্ৰে মৃত্যুৰ বাবে ৰক্ষী বাহিনীৰ কোনোজন উদ্দিষ্ট হোৱা নাই।

কয়দীসকলক দেখা কৰিবলৈ বাবা আত্মীয় কুটুম্বসকলৰ কাকো দেখা কৰিবলৈ অনুমতি দিয়া হোৱা নাই। অৱশ্যে নেখচিউনতে দেখা কৰাৰ নিজৰ ব্যৱস্থাটি নিজেই কৰি লৈছিল এজন চাৰ্জেণ্টক কিছু টকা ভেটি দি। তাক কোৱা হৈছিল যেন কোনো ওপৰৱালাই দেখা নোপোৱাকৈ মাছলভাক দেখা কৰি আছে।

পুৰুষ কয়দীৰ ডবা কেইটা এৰিয়েই মহিলা কয়দীৰ ডবাবোৰ। এটা এটাকৈ বিচাৰি বিচাৰি সি তৃতীয় ডবাটোত দেখিলে—গাত বগা ব্লাউজ পিন্ধি মাছলভাই ওলোটাফালৰ খিৰিকীৰ বাহিৰলৈ চাই আছে। কেদেছিয়া নামৰ সুন্দৰী হাঁসামুখী কয়দীজনীয়ে মাছলভাৰ গাত চিকুত মাৰি দি ইফালৰ খিৰিকীৰ ফালে আঙুলিয়ালে।

ঘৰমৰকৈ উঠি ভাই নিজৰ চুলিকোচা সংযত কৰি ল'লে। ঘামেৰে ভৰি থকা টকটকীয়া বঙা মুখত এগাল হাঁহি লৈ খিৰিকীখনৰ লোহা এডালত ধৰি ক'লে,

"সাংঘাতিক গৰম দেই!'
"আটাইখিনি বস্তু পাইছানে?"
'উঁ, তোমাক ধন্যবাদ।"
"আৰু কিবা লাগিব নেকি?"
"নাই আৰু একো নালাগে।"

কেদেছিয়াই ক'লে, 'অলপ খোৱা পানী পোৱা হলে "
মাছলভাই কৈ উঠিল, "এবা অলপমান পানী খাব পৰা হ'লে।"
"—কিয় সিহঁতে ডবাত পানী দিয়া নাই?"
"—দিছিল অলপমান, শেষ হৈ গৈছে।"
"বাৰু মই ৰক্ষী-বাহিনীৰ এজনক কৈ দিওঁ।"

"—তুমিও এইখন গাড়ীতে যাবা নেকি"—মাহুলভাই সুধিলে।

"মই পিছৰ ট্ৰেইনখনত গৈ আছো।"

মাহুলভাই একো নক'লে; এটা দীঘল শ্বাস এৰিলে মাত্ৰ। কোনোবা এজনীয়ে আগ্ৰহ প্ৰকাশ কৰি নেখলিউদভক সুধিলে,

"শুনিলো যাৰজন কয়দীক যোলে সিহঁতে মাৰি পেলালে—হয়নে কথাটো?"

সি ক'লে, "যাৰজনৰ কথা শুনা নাই, মই কিন্তু নিজে দুজনক দেখিছোঁ।"

"মানুহে কৈছে যাৰজন বুলি। আচ্ছা—ইয়াৰ কাৰণে কাৰো শাস্তি নহব নেকি? কি বৰ্বৰ সিহঁত!"

নেখলিউদভে সুধিলে "তিৰোতাসকলৰ কাৰো একো হোৱা নাইতো?"

এজনীয়ে হাঁহি হাঁহি ক'লে, "তিৰোতাসকলৰ দেহা পুৰুষতকৈ টান দিয়ক—অৱশ্যে এজনীৰ প্ৰসৱ বেদনা আৰম্ভ হৈছিল।"

মাহুলভাই ক'লে, "কেনেবাকৈ সেই কয়দীজনীক ইয়াতে ৰাখিবৰ ব্যৱস্থা কৰিব নোৱাৰিনে? তাই বৰকৈ কষ্ট পাইছে?"

নেখলিউদভে ক'লে, মই কৈ চাওঁচোন বাক।"

এনেতে এজন চাৰ্জেণ্ট দেখা পাই আগবাঢ়ি আহি ক'লে, "মহাশয়, কয়দীৰ লগত কথা পতা নিশেধ।"

নেখলিউদভে আসন্ন প্ৰসৱা সেই গৰ্ভৱতী তিৰোতাজনীৰ কথা কব খুজিছিল; কিন্তু কোনোজন বিষয়াকে পোৱা নগ'ল -সকলো ব্যস্ত। তাৰ পিছত গাড়ী এৰিবৰ পৰত এজন বিষয়াক পাই কথাটো কওঁতে তেওঁ উত্তৰ দিলে, "প্ৰসৱ হয় যদি হব; হ'লে পিছত দেখা যাব।"

গাড়ী চলিল। নেখলিউদভে ষ্টেচনৰ প্লেটফৰ্মত থিয় হৈ চাই আছে - গাড়ীৰ খিৰিকীবোৰে এখনৰ পিছত এখনকৈ গৈ আছে আগ-কালে গতি কৰি কৰি; আৰু বহুজনীৰ নিচিনাকৈ মাহুলভাইও খিৰি-কীৰে নেখলিউদভলৈ চাই এটা কৰুণ হাঁহি মাৰিলে মাত্ৰ।

নেখলিউদভে যিখন ৰেলত যাব সেইখন আহিবলৈ এতিয়াও

দুঘণ্টা বাকী। গতিকে সি ট্ৰেনৰ প্ৰথম শ্ৰেণীৰ যাত্ৰীৰ জিৰণি কোঠালৈ গৈ এখন চোফাত বহিল। ভাগৰত সি ক্লান্ত হৈ আছিল। চোফাতে তাৰ তন্দ্ৰা লাগিল; তাৰ পিছত অপ্ৰত্যাশিতভাৱে তাৰ টোপনি আহিল। টোপনিতে সি যেন দেখিছে কয়লীবোৰে শোভা-যাত্ৰা কৰি খোজ কাঢ়ি আছে, দেখিলে দুটি মৃতদেহ, গৰুৰ ভৰাত গড়াল দিয়াৰ নিচিনাকৈ মহিলা-কয়লীবোৰ আৰু তাৰ মাজতে এজনীয়ে প্ৰসৱ বেদনাত চটফটাব লাগিছে। তাইক সহায় কৰি দিবলৈ কোনো নাই আৰু এটি কৰুণ হাঁহি মাৰি গড়ালৰ ভিতৰেৰে তাৰফালে চাই আছে অপলক দৃষ্টিৰে ......।

হঠাৎ সি সাৰ পাই গ'ল – কাৰোবাৰ মাতত। সি দেখিলে তাৰ বায়েকক আৰু বহুজনক। বায়েকো সেইখন ৰেলতে ক'ৰবালৈ যাব।

"তোক বিচাৰি পালোঁ।"—বায়েকে ক'লে।

সি থিয় হ'ল; ক'লে, "কালি তোমালোকৰ ঘৰৰ পৰা আহি মনটো বেয়া লাগি আছে। মই ভিনিহীক কথাবোৰ তেনেকৈ কব নালাগিছিল।

"একো নহয় দে ... ।"

বায়েকে কি কব খুজিছিল সি বুজি পালে। তাৰ মনটো সেমেকি গ'ল।

'মই যাব লাগিব, আৰু সেই কাৰণেই ওলাইছো। কান্তিদাক বিয়া কৰাৰ খোজা কথাটো তুমি জানিব খুজিছিলা? চোৱা— মই ঠিক কৰি পেলাইছিলো, কিন্তু তাই কোনোমতে মান্তি নহ'ল।"

তাৰ পিছত আকৌ ক'লে, "মোৰ ত্যাগক তাই স্বীকাৰ কৰিব নোখোজে অথচ নিজে যি ত্যাগ স্বীকাৰ কৰিলে, সেই ত্যাগ তাইৰ নিচিনা ছোৱালীৰ কাৰণে বহুত বেছি। তাই যদি শেষ মুহূৰ্তটো প্ৰত্যাখ্যান কৰে তেনেহলে তাইৰ ত্যাগখিনি মই সহজতে স্বীকাৰ কৰিব নোৱাৰিম। সেই কাৰণে মই ওলাইছোঁ। তাইৰ লগে লগে— তাই য'লৈকে যায় মইও যাম। তাইৰ অদৃষ্টৰ বোজাটো কিমানখিনি পাতলাব পাৰি চাওঁচোন × × ×।"

বায়েকে একো নামাতিলে। তাৰ পিছত সি আকৌ ক'লে;

"আৰু এটা কথা, জুমমিনজয়ৰ মাটিবোৰ মই এতিয়াও খেতিয়ক সকলক দান কৰি দিয়া নাই। গতিকে মোৰ মৃত্যুৰ পিছত তোমাৰ ল'ৰা-ছোৱালীবোৰেই সেই জমিদাৰীৰ উত্তৰাধিকাৰী হ'ব।"

"—তই এইবোৰ কি কৈছ?"

"আৰু যদি শেষ পৰ্য্যন্ত মই খেতিয়ক প্ৰজাসকলক দি দিওঁ তেনে-হ'লে বাদ-বাকী যি থাকে সেইবোৰেই সিহঁতৰ হ'ব। মোৰ যে কেতিয়াবা বিয়া হব তাৰ কোনো সম্ভাৱনা নাই; আৰু যদি বিয়া হয়ও আমাৰ কোনো সতি-সন্তান নহব। গতিকে .... ।"

"তই এইবোৰ কি বলকিছ?".

নেখলিউডভে মন কৰিলে যে বায়েকে যদিও মুখৰে তেনেকৈ কৈছে আচলতে ভিতৰি ভিতৰি তাই ভালহে পাইছে। বিয়া. সম্পত্তি আৰু উত্তৰাধিকাৰ সম্পৰ্কত যিখিনি চমুকৈ ক'লে তাৰ দ্বাৰা যেন ভায়েক ভনীয়েকৰ স্নেহৰ সম্বন্ধৰ মাজত এটা ছেদ পৰিল, এটা নতুন ব্যৱধান ৰচিত হ'ল দুজনৰ মাজত।

## ॥ চব্বিশ ॥

ৰেলৰ তৃতীয় শ্ৰেণীৰ ডবাত বহি গৈ আছে নেখলিউডভ। তাৰ মনৰ মাজেদি সিদিনাৰ সেই দৃশ্য এটা এটাকৈ পাৰ হৈ গৈ আছে। হয়—সিহঁতক মাৰি পেলোৱা হৈছে। সেই সুন্দৰ মুখখনি, হাঁহো হাঁহো কৰি থকা ওঁঠ দুটি ...... । সঁচাকৈ তাক হত্যা কৰা হৈছে, সেই প্ৰখৰ ৰ'দৰ তাপত তাক হত্যা কৰা হৈছে। অথচ তাৰ বাবে যেওঁলোক দোষী নহল; তেওঁলোকৰ হাতেদেই তাৰ মৃত্যু হ'ল; অথচ সিহঁত নিৰ্দোষী হৈ আছে। কাৰণ তেওঁলোক হৈছে শাসনকৰ্তা, ইন্সপেক্টৰ, পুলিচ বিষয়া আৰু পুলিচ ...... সিহঁতে ভাবে যে অৱস্থাতেদে মানুহৰ

জগত মানৱীয় সম্পৰ্ক নাৰাখিলেও চলি যায় ....। তেওঁলোকে সেইবোৰ পদবীত নথকা হ'লে গা পুৰি যোৱা ৰ'দ আৰু প্ৰচণ্ড উত্তাপৰ মাজলৈ পঠোৱাৰ আগতে কুৰিবাৰ ভাবি চালেহেঁতেন, শিলাময় পথত খোজকাঢ়ি থকা সময়ত হয়তো কুৰিবাৰ জিৰণি দি দি থাবলৈ দিলেহেঁতেন । দুৰ্বল, অৱসাদগ্ৰস্ত হোৱা বা বৰ দেখা পালে বা দম লব নোৱাৰা অৱস্থা হৈছে বুলি দেখিলে সিহঁতক স'কাৰ ছাঁত জিৰণি দি পানী দুনি খুৱালে হেঁতেন। গোটেই কাৰণটো হৈছে এয়ে যে তেওঁলোকৰ সন্মুখত থকা সকলক সেইবোৰে মানুহ বুলি গণ্য কৰা নাই। সিহঁতৰ প্ৰতি যে কিবা কৰ্তব্য থাকিব পাৰে সেই কথা নাভাবি ভাবিছে কেৱল নিজৰ পদবীৰ কথা, সিহঁতৰ পদবীৰ স্থান দিছে মানবীয় সম্পৰ্কৰ ঊৰ্দ্ধত।

সি আকৌ ভাবিলে :

'এনেকুৱা হয়, আৰু হবলৈও বাধ্য। কিছু সময়ৰ বাবেও আমি যদি ভাবিব পাৰিলেঁহেঁতেন যে মানুহক ভাল পোৱাতকৈও আৰু ডাঙৰ কিবা এটা আছে! তেনে কথা ভাবিব পৰা হ'লে জগতত এনে পাপ-কৰ্ম নাথাকিব যিবোৰ নকৰাকৈ অনায়াসে আৰু স্বাচ্ছন্দ্যে থাকিব পাৰোঁ।

বাহিৰত বতৰৰ সলনি হৈছিল। এজাক বৰষুণো আহি গ'ল। বেলত বহি সি সেইবোৰ চাই গ'ল। তাৰ পিছত সি আধাফুটা মাতেৰে বিৰ্‌বিৰ কৈ নিজে নিজে কৈ উঠিল :

'তাৰ পিছত মই কি ভাবিছিলো? অ'—এৰা, সিহঁতৰ নিষ্ঠুৰতাৰ কথা। এৰা আচলকথাটো এই যিনিতেই যে যি কথা আইনৰ ভিতৰত নপৰে সেইটোকে সিহঁতে আইন বুলি ভাবে; নিয়তিয়ে তেওঁৰ যি বিধান প্ৰতিজন মানুহৰ অন্তৰত লেখি দিছে সেই বাৰত অমোঘ বিধিৰ বিধানকো সিহঁতে স্বীকাৰ নকৰে।

........ আমি সিহঁতক সঁচাকৈয়ে ভয় কৰোঁ—সিহঁত চোৰ, ভীষণ চোৰ-ডকাইততকৈও ভীষণ; বিশেষ ক্ষেত্ৰত চোৰ ডকাইতে পৰৰ দুখত কাতৰ হব পাৰে, কিন্তু সিহঁতৰ অন্তৰত কৰুণা বুলি একো নাই,

খেতিৰ সঁজুলি তৈয়াৰ কৰা ঠাইডোখৰত মানুহে যেনেদৰে খেতি
নকৰে ঠিক তেনেদৰে সিহঁতৰ পাষাণ হৃদয়ত অনুকম্পাৰ কোনো স্থান
নাই। সেই কাৰণেই ভয় কৰো সিহঁতক ।

আজি যদি মনোস্তাত্বিক সমস্যা এটি উপস্থাপন কৰি কিবা প্ৰকাৰে
আমাৰ যুগটোৰ ধাৰ্মিক আৰু মানৱিকতাবাদী দয়ালু লোকসকলৰ
হতুৱাই অতি জঘন্য পাপ-কৰ্ম কৰাবলৈ কোৱা হয় আৰু যদি কেতিয়া-
বা সিহঁতৰ অন্তৰত অপৰাধ বোধ সঞ্চাৰিত নহয়, তেতিয়া হ'লে
একমাত্ৰ এটাই সমাধান উদ্ভাৱন কৰিব পাৰি ; আৰু সেইটোৱে হ'ল—
যেনেকৈ চলিছে তেনেকৈয়ে যাতে চলি থাকে তাৰে ব্যৱস্থা কৰি
দিব লাগে। × × × চৰকাৰী চাকৰী নামৰ ব্যৱসায়টোত যিসকলে
নামিছে, পদাধিকাৰৰ তাৰতম্য তেওঁলোকৰ মাজত যিমানে নাথাকক
কিয়, তেওঁলোকে এক ঐক্যমতত বান্ধ খাই থাকে। তেওঁলোকৰ পাপ
কৰ্মৰ ফলাফলৰ কাৰণে তেওঁলোকৰে এজনক বাছি উলিয়াই ব্যক্তিগত
ভাৱে কেতিয়াও দায়ী কৰিব নোৱাৰি। এইবোৰ চৰ্ত পালন কৰি
অহা হৈছিল কাৰণেইতো আজিৰ দিনতো এনেহেন ভয়ংকৰ ঘটনা
ঘটিব পাৰিছে । এই কাৰণেই মানুহৰ ব্যৱহাৰত প্ৰেমভাৱ
নাৰাখিলেও চলি যোৱা হৈছে। কিন্তু এনেহেন ব্যৱহাৰ কেতিয়াও
টিকি থাকিব নোৱাৰিব। নিৰ্জীৱ পদাৰ্থৰ প্ৰতি প্ৰেমভাৱ নাৰাখিও
আমি ইচ্ছামতে কাম কৰি যাব পাৰোঁ, গছ কাটিব পাৰো, ইটা তৈয়াৰ
কৰিব পাৰোঁ, হাতুৰীৰে লোহা পিটিব পাৰো। কিন্তু মানুহৰ বেলিকা
সেয়া কেনেকৈ সম্ভৱ হব পাৰে ? সাৱধানতা অৱলম্বন নকৰাকৈ মৌ-
মাখিৰ হতুৱাই কাম কৰাই যোৱা ব্যৱস্থাহে যেন সেইটো। মৌ-মাখিৰ
ধৰ্মই হৈছে সেইটো। মৌ-মাখিৰ লগত অসাৱধান আচৰণ কৰিলে
সিহঁতৰ ক্ষতিতো হয়েই, নিজৰো ক্ষতি হয় .....। মানুহৰ কথাও
তেনেকুৱা। পাৰস্পৰিক প্ৰীতিয়েই হৈছে মানৱ জীৱনৰ মূল সূত্ৰ ।

×  ×  ×  ×

নেখলিউদভে ট্ৰেইনৰ প্লেটফৰ্মত ভৰি দিয়াৰ আগতেই চকুত পৰিল ট্ৰেইনৰ বাহিৰ ফালে কেইবোৰ ডাঙৰ ডাঙৰ ঘোঁৰাগাড়ী। তাৰ পিছত নামিছে ৰেলৰ প্ৰথম শ্ৰেণীৰ ডবাৰ পৰা কোনো এজন; আৰু কি-জনক আদৰি আগবাঢ়ি নিবলৈ ৰৈ আছে ষ্টেচন মাষ্টৰৰ পৰা আৰম্ভ কৰি বহুত লোক। তাৰ মাজতে আছে এগৰাকী মহিলা; আৰু প্ৰকাণ্ড কুকুৰ এটাক শিকলিৰে বান্ধি ধৰি আছে এজন যুৱকে। দুৱাৰৰ কাষতে ৰৈ আছে এজন চাপ্ৰাচী। ঐশ্বৰ্য্য-সম্পদ-শালী, আত্ম-মৰ্য্যাদাসম্পন্ন আৰু আত্ম-প্ৰত্যয়ৰ ছাপ লৈ থকা এই ভদ্ৰলোকসকল। তেওঁলোকৰ ক্ষেত্ৰত কাম কৰা কৰ্মচাৰী, ডাক্তৰ, পুলিচ আদি। ৰাজকীয় সন্মানেৰে আদৰি অনা বৃদ্ধা গৰাকী প্লেটফৰ্মৰ পৰা ওলোৱাৰ লগে লগে নেখলিউদভে দেখিলে ট্ৰেইনৰ অন্য এটি কোণৰ পৰা আগবাঢ়ি আহিছে এজন মজদুৰ। সিহঁতে ৰেলখনৰ ওচৰতে পোৱা ভৰাটিত উঠিবৰ বাবে হেঁচা ঠেলা লগাইছে। যিগৰাকী বৃদ্ধাক আদৰি লৈ গ'লহি নেখলিউদভে সেইগৰাকী মহিলাক চিনি পাইছিল—তেওঁ আছিল ৰাজ কুমাৰী। শিকলি লগোৱা প্ৰকাণ্ড কুকুৰ-টোক ধৰি লৈ ফুৰা যুৱকজন আছিল কৰ্চাগিনৰ পুত্ৰেক; আৰু শকত-আৱৃত মহিলা গৰাকী আছিল ৰাজ-কুমাৰীৰ ভনীয়েক —.. । তেওঁলোক আটাইবোৰে যাবলৈ আহিছে জমিদাৰী খাটলৈ।

সি ভাবিলে: সঁচাকৈয়ে ইহঁত এখন নতুন জগতৰ, সুকীয়া জগতৰ মানুহ। এবাৰ কৰচাগিনে তাক এবাৰ কথা কথাচো তাবাৰে কৈছিল. সিহঁত সমাজৰ আটাইতকৈ উচ্চতৰ মানুহ (Le Vrai Grant Mondi)। এবা কৰলৈ গ'লে সিহঁতহে প্ৰকৃতপক্ষে সেই ডাঙৰ জগতখনৰ মানুহ। লগে লগে নেখলিউদভৰ চকুৰ আগত ভাঁহি উঠিল কুৎসিত নীচতাৰে ভৰা আলস্য-বিলাসী অভিজাত সমাজৰ জগত-খন—যিখন জগতত বাস কৰি আছে—কৰচাগিনহঁত।

## ॥ তৃতীয় পৰ্ব ॥

### ॥ এক ॥

ফৌজদাৰী আদালতত দণ্ডলাভ কৰা কয়দীসকলৰ লগতে আছিল মাহুলভা। ৰেলগাড়ী আৰু পানী জাহাজেৰে যাত্ৰা কৰি প্ৰায় তিনি হাজাৰ মাইল অতিক্ৰম কৰি দলটিয়ে গৈ পেৰম চহৰত উপস্থিত হ'ল। ভেঁৰা কাহুখোভখায়া আছিল ৰাজবন্দীসকলৰ দলটিত। তাই নেখলি-উদভক কৈছিল যে মাহুলভাই যাতে সিহঁতৰ দলৰ সহযাত্ৰী হ্ব পাৰে তাৰ কাৰণে সি যেন কিবা এটা ব্যৱস্থা কৰি দিয়ে।

পেৰম চহৰ আহি পোৱাৰ পিছত নেখলিউদভে সেই পৰোৱানাখন কোনোমতে সংগ্ৰহ কৰিব পাৰিলে।

পেৰম চহৰ পাবলৈ তিনিহাজাৰ মাইল আহিব লগা হৈছিল। এইছোৱা বাটত মাহুলভাই শাৰীৰিক আৰু মানসিক কষ্ট সহ্য কৰিব লগা হৈছিল বহুত। কয়দী হলেও তিৰোতাসকলক ব্যভিচাৰ কৰাটো লম্পটবোৰৰ এক অভ্যাস যেন হৈ পৰিছিল আৰু নিজৰ নাৰী-ত্বক বিসৰ্জন দিবলৈ অসন্মত ছোৱা তিৰোতাসকলে সদায় সাৱধানে চলিব লগা হৈছিল। সকলো সময়তে ভয় আৰু কাজিয়াৰ মাজত দিন যাপন কৰা সকলৰ ভিতৰতে আছিল মাহুলভা। তাইৰ চেহেৰা আছিল আকৰ্ষণীয়, আৰু তাইৰ অতীতৰ কথা সকলোৱে জানে কাৰণে তাইৰ পিছতেই বেছিকৈ লাগিছিল পুৰুষৰ দল। মাহুলভাই সেইবোৰক দৃঢ়ভাবে প্ৰতিহত কৰাৰ ফলত সিহঁতে অপমানিত বোধ কৰিছিল; গতিকে তাইৰ ওপৰত বিদ্বেষৰ ভাব হৈছিল অতি তীব্ৰ। তাইৰ অৱ-স্থাটো আৰু বেছি বেয়া হৈ প'লহেঁতেন যদিহে তাইৰ কাষত সৰ্বদা থাকিলহেঁতেন ফেদোছিয়া নামৰ সেই ছোৱালীজনী।

ৰাজবন্দীসকলৰ দলত অন্তৰ্ভুক্ত হোৱাৰ অনুমতি পোৱাত মাছলভাই কিছু সকাহ পালে। ৰাজবন্দীবিলাকৰ খোৱা আৰু থকাৰ ব্যৱস্থা ভাল আৰু চন্ত্ৰীবিলাকৰ কঠোৰ আচৰণো তুলনামূলকভাৱে ভাল। ৰাজবন্দীসকলৰ সংস্পৰ্শলৈ অহাত তাইৰ ওপৰত এটা স্পষ্ট আৰু গভীৰ প্ৰভাৱো পৰিল আৰু তাৰ ফলত তাইৰ চৰিত্ৰ গঠনেও লাভ কৰিলে এক শুভফলপ্ৰদায়ী গুণ। মাছলভা আৰু তাইৰ এগৰাকী সংগিনী ফৌজদাৰী কয়দী আছিল। গতিকে ৰাজবন্দীৰ দলত থাকিলেও খোজ কাঢ়িবলৈ যাব লগা হৈছিল তাই। এই কথা সহিব নোৱাৰি দুগৰাকী ৰাজবন্দীয়েও ইহঁতৰ লগতে খোজকাঢ়ি যাবলৈ ধৰিলে। ভাবে এগৰাকী আছিল মাৰিয়া। মাৰিয়াক নেখলিউদভে আগতেও লগ পাইছিল: ধুনীয়াকৈ আৰু মোহনীয় সেই চোৱালীজনী। বাকীজন যুৱক— ছিমনছন। তাকো নেখলিউদভে জেলতে পাইছিল। ছিমনছনক নিৰ্বাসন দিবলৈ পঠোৱা হৈছে ইয়াকুতস্ক অঞ্চললৈ। মাৰিয়াই নিজে বহি অহা গাড়ীৰ ঠাইখিনিত বহি যাবলৈ দিছিল এজনী ফৌজদাৰী কয়দীক; কাৰণ তাই আছিল গৰ্ভৱতী। ছিমনছনে খোজকাঢ়ি গৈছিল, কাৰণ শ্ৰেণীবিভাজনৰ সুযোগ-সুবিধা গ্ৰহণ কৰাত তাৰ আছিল আপত্তি। তাৰ দৃষ্টিভংগীও আছিল স্বকীয়া। যাওঁতে বাটত এঠাইত জিৰণি লওঁতে সি জেপৰ পৰা কাগজ এটুকুৰা উলিয়াই লিখিছিল: "এটা জীৱাণুৱে যদি মানুহৰ আঙুলিৰ নখ এটাও ভালকৈ পৰীক্ষা কৰিব পাৰিলেহেঁতেন তেনেহ'লে সি ক'লেহেঁতেন যে নখটো এটা অজৈৱ বস্তু। ঠিক তেনেদৰে আমিও এই পৃথিৱীৰ উপৰিভাগ পৰীক্ষা কৰি কব পাৰো যে পৃথিৱীখন অজৈৱ; কিন্তু এইটো ধাৰণা সম্পূৰ্ণ ভ্ৰান্ত, মিছা।"

যি ঠাইত জিৰণি ল'লে সেই ঠাইতে কয়দীসকলক আন এদল নতুন পুলিচ-বিষয়াক চমজি দিয়া হ'ল। তেওঁলোকে চমজি লৈছিল প্ৰতিজন কয়দীক গন্তি কৰি কৰি, সিহঁতৰ হাতৰ কেৰেয়া আৰু ভৰিৰ শিকলি পৰীক্ষা কৰি কৰি। এই প্ৰক্ৰিয়া চলি থাকোঁতে হঠাতে শুনা গ'ল কোনো এটা আতংকিত শিশুৰ কান্দোন। চিঞৰ-বাখৰ আৰম্ভ হ'ল।

চিঞৰ-বাখৰ অহা ঠাইৰ ফালে দৌৰি গ'ল মাছলতা আৰু মাৰ্কিয়াই।

সিহঁতে ঘটনাস্থলীলৈ গৈ দেখিলে যে এজন বৰ শকত-আৱত গুঁফীয়া কনভয়-বিষয়াই ডিঙি ফালি চিঞৰি গালি পাৰি পাৰি হাতৰ তলুৱা মোহাৰিব লাগিছে। এজন কয়দীৰ মুখত প্ৰচণ্ড থাপৰ মৰাৰ কাৰণে তেওঁ হাতত দুখ পাইছিল; আৰু সিফালে কয়দীজনে এখন হাতেৰে তাৰ মুখেৰে বৈ যোৱা তেজ মচি আছে আৰু আনখন হাতেদি ধৰি আছে এজনী অকণমানি ছোৱালীক। ছোৱালীজনীয়ে প্ৰচণ্ড ভয়ত চিঞৰি চিঞৰি কান্দি পেলাইছে।

বিষয়াজনে আটাহ পাৰি পাৰি কব লাগিছে:

"ইমান সাহস ...... চালা ....( অশ্লীল গালি ) ... মুখে মুখে কথা ... .. ছোৱালীজনীক মহিলা কয়দীবোৰৰ লগত দিবি নে নাই.... এ-ই, তাক হাতকেৰেয়া লগা ।"

সেই কয়দীজনক গাওঁ পঞ্চায়তে নিৰ্বাসনলৈ পঠাইছে। তাৰ লগত আহিছিল তাৰ ঘৈণীয়েক আৰু সেই কণমানি ছোৱালীজনী। বাটত ঘৈণীয়েকজনী টাইফয়েদত পৰি মৰিল; গতিকে সি মাউৰা ছোৱালীজনীক বুকুত খামুচি গোটেই বাটছোৱা খোজ কাঢ়ি আহি এইখিনি পাইছিলহি। এতিয়া নতুন কনভয় বিষয়াজনে আদেশ দিছে—তাইক তাৰ লগত যাব দিব নোৱাৰি। কয়দীটোৱে বেচেৰীক এৰি দিব নোৱাৰাত তাক ধৰি মাৰ শোধোৱা হ'ল।

এইজন কয়দীৰ ওপৰত অত্যাচাৰ হোৱা দেখি কোনোবাজনে কৈ উঠিল, "আগতেতো তাক হাতকেৰেয়া লগোৱা নাই: এতিয়া কিয় লগাব লাগে? কথাটো বে-আইনী হৈছে।"

বিষয়াজনে যেন অপমান পালে। তেওঁ ইফালে সিফালে চাই ক'লে.

"কোনে কৈছে কথাষাৰ? চাও মুখখন দেখুৱা—আইন কাক বোলে শিকাই দিওঁ। কোনে কৈছে—অই! অই!

ফেপেটা মুখৰ কয়দীজনে ক'লে, "সকলোৱে কৈছে, কাৰণ ....!"

কথাষাৰ শেষ নৌহওঁতেই বিষয়াজনে তাৰ মুখত মাৰি দিলে এটা

ঘোচা। তাৰ পিছত ক'লে, "বিদ্ৰোহ—চাও বিদ্ৰোহ কৰাটো দেখুৱাই দিওঁ—চালা আটাইবোৰকে গুলীয়াই মাৰিম এটা এটাকৈ কুকুৰ মেকুৰীৰ দৰে—অ-ই, লৈ যা ছোৱালীজনীক।"

সকলোবোৰে নিঃসহায় দৃষ্টিৰে মনে মনে থাকিল। ছোৱালীজনীক টানি নিওঁতে তাই বেজেৰী আতংকত চিঞৰি দিলে। মাৰিয়াই ৰৌখি আছি বিষয়াজনক অনুৰোধ কৰি ক'লে,

'সৰু ছোৱালীজনীক মৱে লগত নিওঁ, দিবনে?

"—তাই কোন?"

"এজনী ৰাজবন্দী।'

ৰূপৱতী মাৰিয়ালৈ বিষয়াজনে অলপ লোলুপ দৃষ্টিৰে চালে আৰু তাৰ পিছত ক'লে,

"মোৰ আপত্তি নাই—নিব খোজ যদি নিব পাৰ। তইতৰ আৰু কি, দয়া-মমতা দেখুৱাইয়েতো থাকাচ। কিন্তু সেই কয়দীজন যদি পলালহেঁতেন? দায়ী হলহেঁতেন কোন?"

"—ছোৱালীজনীক কোলাত লৈ কেনেকৈ পলাব পাৰে?"

"ইমান কথা কবৰ মোৰ সময় নাই নিব খুজিছ যদি নে তোৰ লগত।"

ছোৱালীজনীক পাই মাছলতাই এখন বিস্কুট দিলে। আগতে মাক আৰু তাই মাছলতা থকা জেলতে আছিল। সেইকাৰণে মাছলতাক পাই তাই অলপ সুস্থ হ'ল।

চিৱনচনে বিষয়াজনক ক'লে, "আপুনি কামটো ভাল নকৰিলে কিন্তু।"

আকৌ যাত্ৰা আৰম্ভ হ'ল। এইবাৰৰ আলিবাটটো সোমাই গৈছে এখন গভীৰ অৰণ্যৰ মাজেদি।

॥ দুই ॥

ছবেছ [illegible] বছৰ ধৰি কাটিছিলহি আড়ম্বৰপূৰ্ণ [illegible] আৰু

ভোগবিলাসী জীৱন যাপন কৰিছিল ; আৰু তাৰ পিছত দুটা মাহ কটাইছে জেলখানাৰ ফৌজদাৰী কয়দীসকলৰ মাজত। কিন্তু এতিয়াৰ সকলো ধৰণৰ কঠিন অৱস্থা সত্বেও আগৰ অভিজ্ঞতাৰ পিছত ৰাজবন্দী-সকলৰ লগত থাকি তাইৰ বৰ ভাল লাগিছিল। প্ৰতি দিনে পোন্ধৰ-বিশ মাইল খোজ কাটি ভাল ধৰণৰ আহাৰ খোৱা আৰু দুদিনৰ মূৰে মূৰে এদিন জিৰণি পোৱাৰ কাৰণে তাই শৰীৰতো কিছু শক্তি পাইছে ; তাৰ উপৰিও নতুন সংগীসকলৰ সাহায্যৰ ফলত তাই জীৱনৰ বাবে এটা নতুন আশা দেখা পালে। এনে নতুন আশাৰ কথা তাই ভাবিবও পৰা নাছিল। এতিয়া তাই সান্নিধ্য লাভ কৰা মানুহবোৰৰ বিষয়ে তাই "সকলো আচৰিত মানুহ" বুলি নিজেই কোৱা হ'ল। এনেধৰণৰ মানুহ তাই কেতিয়াও দেখা নাই, এনেকি তাই ধাৰণাও কৰিব পৰা নাছিল। তাই নিজে নিজে কয় :

"দণ্ড দিয়া বুলি জানি মই কিমান কান্দিছিলো। মই এতিয়া ঈশ্বৰৰ ওচৰত চিৰকাল কৃতজ্ঞ হৈ থকা উচিত। এনে অৱস্থা হোৱাৰ ফলত মই বহুত কথা বুজি পালোঁ, নহ'লে মই মোৰ গোটেই জীৱনত এইবোৰ কথা নজনা হৈয়েই থাকিলোঁহেঁতেন।'

মানুহবোৰে কিহৰ কাৰণে গতি কৰি আছে সেই কথা কাতিউছাই যেন অতি সহজে বুজি পালে। সেই সকলোবোৰৰ ভিতৰতে যে তাই নিজেও এজনী এই কথা জানি মানুহবোৰৰ প্ৰতি তাইৰ সহানুভূতি বাঢ়িছিল। তাই বুজি পাইছিল যে সেই মানুহবোৰে প্ৰভু শ্ৰেণীটোৰ বিৰুদ্ধে ; আৰু সিহঁতে জনগণৰ স্বাৰ্থৰ কাৰণেহে সংগ্ৰামত নামিছে। এদিন সিহঁত নিজেই আছিল সেই উচ্চ শ্ৰেণীৰে ভিতৰুৱা ; একমাত্ৰ জনগণৰ স্বাৰ্থৰ কাৰণেই নেখলিউদভে এতিয়া সকলো উৎসৰ্গা কৰিছে। এই একেটা কাৰণতে কাতিউছায়ো সিহঁতৰ প্ৰতি হৈ পৰিছে মুগ্ধ।

এইবোৰ নতুন মানুহৰ ভিতৰত তাইৰ বিশেষকৈ ভাল লাগে মাৰিয়াক। কেৱল ভাল লগাই নহয়, তাইক শ্ৰদ্ধা আৰু ভক্তিও কৰিছিল তাই। তাই বেখি আচৰিত হৈছিল যে এই সুন্দৰীজনীয়ে তিনিটা ভাষাত সকলবীয়াকৈ কথা পাতিব পাৰে, ধনে-মানে অভিজাত

পৰিয়ালৰ ছোৱালী এজনী হৈও তাই সকলোবোৰ জলাঞ্জলি দিছে আৰু নিতান্তই এজনী সাধাৰণ মানুহৰ জীৱন যাপন কৰিছে।

মাহুলভাৰ ৰূপে যে পুৰুষসকলক সহজে আকৰ্ষণ কৰে এই কথা মাৰিয়াই বুজি পায় আৰু তাৰ কাৰণে তাই বৰ আনন্দ পায়। মাহুলভাইও সেই কথা লক্ষ্য কৰি আছিল। সেইবাবে তাইৰ কেতিয়াবা কেতিয়াবা শংকাও লাগে। তাইৰ প্ৰেমত পৰিব খোজে সকলোৱে— এই কথাটোৱে তাইক মাজে মাজে বৰকৈ বিৰক্ত কৰিছিল। কেতিয়াবা কেতিয়াবা তাই বৰ সংকোচো কৰিছিল। কৰ্মীসকলেও এই কথা জানে বাবে কোনোমতে তাইৰ প্ৰেম কোনোৱে পৰিব নোখোজে আৰু কোনোবাজনে প্ৰেমত পৰিলেও সেই কথা নিজৰ ভিতৰতে গোপনে ৰাখি থয়। সিহঁতে তাইক সেই পুৰুষসকলৰ মাজৰ এজন হিচাপে ব্যৱহাৰ কৰিছিল।

আৰু এই মাৰিয়াজনী। তাই আছিল ধনী-মানি পৰিয়ালৰ ছোৱালী। মাক নাছিল তাইৰ। বাপেকৰ বিলাসী ঘৰৰ পৰা সাধাৰণ মানুহৰ মাজলৈ তাই ওলাই আহিছে ঊনৈশ বছৰ বয়সতে। সাধাৰণ ছোৱালীৰ দৰেই সোমাইছিল কাৰখানাৰ কামত। তাৰ পিছত তাই সোমালগৈ গাওঁত। পিছত আকৌ চহৰলৈ আহি এটি গোপন ছপাশালত কাম কৰি থাকোঁতে এদিন পুলিচে তাইক গ্ৰেপ্তাৰ কৰিলে।

মাৰিয়াক গ্ৰেপ্তাৰ কৰিবৰ সময়ত বিপ্লৱীসকলৰ মাজৰে কোনোবাজনে পুলিচৰ গালৈ গুলী কৰিছিল। মাৰিয়াই সেই দোষ নিজে নিজৰ গাত তুলি লৈছিল আৰু সেই কাৰণেই আজি তাইৰ এই শাস্তি। লোকৰ হিতৰ কাৰণেই নিজৰ জীৱনটো উছৰ্গা কৰিছে মাৰিয়াই। চিকাৰীৰ চিকাৰ বিচাৰি ফুৰাৰ নিচিনাকৈ তাইৰ জীৱনৰ একমাত্ৰ সাধনা হ'ল জনগণৰ সেৱা কৰা, কাক কেনে ধৰণেৰে উপকাৰ কৰিব পাৰে তাৰে সুযোগ বিচাৰি ফুৰা। এই অনন্য সাধাৰণ ছোৱালীজনীৰ মনমত মাহুলভাই ইমান গভীৰভাৱে অভিভূত হৈ পৰিছিল যে তাই তাইৰ সমস্ত হৃদয়খন মাৰিয়াক অনায়াসে সমৰ্পণ কৰি দিছিল। তাইৰ

এই গভীৰ অনুৰাগে মাৰিয়াৰো হৃদয় স্পৰ্শ নকৰাকৈ নাথাকিল। তাইও ভাল পাইছিল কাৰ্তিউছাক।

সিহঁতৰ ঘনিষ্ঠতাৰ অন্য এটা কাৰণো আছিল। সেয়া আছিল যৌন সংগমৰ প্ৰতি উভয়ৰে বিতৃষ্ণা। প্ৰভেদ মাত্ৰ আছিল এয়ে যে এজনীয়ে যৌন সংগমৰ সমস্ত বিভৎসতাৰ মাজেদি বিচৰণ কৰি অন্তৰ পিছত সেই প্ৰেমক ঘিণ কৰিবলৈ শিকিছে; আৰু আনজনীয়ে তাইৰ জীৱনৰ অভিজ্ঞতাৰ মাজেদি নগৈও ভাবিছিল যে যৌন-সংগমৰ খেলখন অকল যে বুজি নোপোৱা খেল তেনে নহয়; মানসিক মৰ্য্যাদাৰ প্ৰতিকূলে ই এক হীন. এক জঘন্য পাশৱিক প্ৰবৃত্তিও।

মাছলভাই মাৰিয়াৰ ওচৰত আত্ম-সমৰ্পণ কৰিছিল।

তাইৰ জীৱনৰ ওপৰত আৰু এজনৰ প্ৰভাৱ পৰিছিল; সেইজন আছিল চিমন্‌ছন। এই প্ৰভাৱৰ উৎপত্তি হৈছিল মাছলভাৰ' প্ৰতি চিমনছনৰ অনুৰাগৰ পিছৰ পৰা।

প্ৰতিজন মানুহৰ জীৱনৰ আচৰণ আৰু কাম-কাজ নিয়ন্ত্ৰিত হয় নিজৰ প্ৰৱণতা অনুসৰি; সেই প্ৰৱণতা কিছু পৰিমাণে নিজস্ব আৰু কিছু পৰিমাণে লাভ হয় আনৰ প্ৰভাৱৰ ফলত। প্ৰতিজন মানুহৰ বৈশিষ্ট্য নিৰ্ভৰ কৰে এনে কথাৰ ওপৰত। কিমান পৰিমাণত মানুহজনে নিজৰ ওপৰত নিৰ্ভৰশীল আৰু তেওঁ কিমানখিনি লোকৰ ওপৰত নিৰ্ভৰ কৰে সেই কথা আকৌ তেওঁৰ বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰে। কিছুমানে ভাবে যে আত্ম-শক্তিয়েই তেওঁলোকৰ কাম-কাজ নিয়ন্ত্ৰিত কৰে আৰু সেই আত্ম-শক্তি আকৌ নিৰ্ভৰশীল তেওঁলোকৰ নিজস্ব মতামতৰ ওপৰত। আত্ম-শক্তিয়েই যেন তেওঁলোকৰ বাবে প্ৰধান ক্ৰিয়া-শক্তি। তেওঁলোকে চলিব খোজে নিজৰ বিচাৰ-বুদ্ধি অনুসৰি; কেতিয়াবা যদি তেওঁলোকে অন্য কাৰোবাৰ মত স্বীকাৰ কৰি লয় সেয়াও কৰি লয় নিজৰ বুদ্ধি আৰু বিচাৰৰ মানদণ্ড জুখিহে। চিমন্‌ছন আছিল এই প্ৰকৃতিৰ মানুহ; সি নিজৰ বুদ্ধি বিচাৰৰ যোগিকা সকলোবোৰ কথা নিজে বিবেচনা কৰি সিদ্ধান্ত গ্ৰহণ কৰে আৰু এবাৰ যি সিদ্ধান্ত লয় তাৰ আৰু লৰচৰ নহয়।

সক কালতে চিমনছনে দেখিছিল যে তাৰ বাপেকে চৰকাৰী চাকৰি কৰি যি দৰমহা পাইছিল তাতোকৈ তেওঁৰ ওপকৰা উপাৰ্জন আছিল প্ৰচুৰ। সি ভাবিছিল সেইবোৰ চুখীয়া মানুহক ঘূৰাই দিব লাগে। সেই কথা এদিন সি বাপেকক ক'লেও। সি ক'বলৈ পালে—বাপেকে ৰুদ্ৰমূৰ্তি ধৰি খেদি আহিল। সেই ঘটনাটোৱে তাক ঘৰ এৰাব দিলে। সি ঘৰ এৰি গুচি গ'ল আৰু এটা ৰাজনৈতিক দলত যোগ দিলেগৈ। তাৰ পিছত তাক গ্ৰেপ্তাৰ কৰা হ'ল।

চিমনছনৰ বিচাৰ আৰম্ভ হ'ল। আদালতৰ বিচাৰ দেখি তাৰ ধাৰণা হ'ল যে প্ৰকৃততে তাক বিচাৰ কৰিবৰ অধিকাৰ কাৰো নাই। এবাৰ সি বিচাৰকৰ মুখে মুখে এটা কথা কৈও দিলে। বিচাৰকজনে তাৰ প্ৰতি কৰ্ণপাত নকৰা দেখি সি ঠিক কৰিলে যে তেওঁলোকৰ কোনো কথাৰে সি উত্তৰ নিদিয়ে; নিদিলেও।

বিচাৰত তাক য'লৈ নিৰ্বাসন দিয়া হ'ল, সেই ঠাইখনত ধৰ্মতত্ত্বৰ নতুন পদ্ধতিয়ে কাম-কাজবোৰ নিয়ন্ত্ৰণ কৰে। এই ধৰ্মতত্ত্বৰ মূল কথাটো হ'ল—পৃথিৱীত জড় অথবা মৃত বুলি জ্ঞান কৰিব লগা একো বস্তু নাই। অজৈৱ পদাৰ্থবোৰ বিৰাট জৈৱ দেহৰ ভিতৰৰে অংশ বিশেষ। মানুহে সেইবোৰৰ কাম চাপিব নোৱাৰে। সেইকাৰণে বিৰাট জৈৱ-দেহৰ ক্ষুদ্ৰাতি-ক্ষুদ্ৰ অংশ স্বৰূপে সেই জৈৱদেহ আৰু তাৰে জীৱন্ত অংশ-টোক পোষণ কৰাটোৱেই হৈছে মানুহৰ কাম। সেইকাৰণেই চিমন-ছনে বিশ্বাস কৰে যে মানুহক হত্যা কৰাটো এটা মহাপাপ; আৰু সেই কাৰণেই সি যুদ্ধৰ বিৰোধী। সি প্ৰাণদণ্ডৰো বিৰোধী। সি যে অকল নৰহত্যাৰে বিৰোধ কৰে এনে নহয়, সমস্ত প্ৰাণীহত্যাৰো বিৰোধী।

বিয়া সম্পৰ্কত চিমনছনৰ এটা নিজস্ব মত আছে: মানুহৰ নিম্ন-স্তৰৰ কাৰ্য্যকলাপ হ'ল যৌন ক্ৰিয়া; আৰু এই ক্ৰিয়াৰ ফলতেই সন্তানৰ জন্ম হয়। মানুহৰ যি প্ৰাণ ইতিমধ্যে উচ্চ-স্তৰতেই আছে একমাত্ৰ সেই প্ৰাণক সেৱা কৰাটোৱেই হৈছে মানুহৰ প্ৰধান কৰ্তব্য। তেনেকৈহে জীৱনৰ উৎকৰ্ষ সাধন কৰিব পৰা যাব আৰু উৎকৰ্ষ সাধন কৰিব পৰা যাব সমাজৰ দুৰ্বল আৰু ক্ষয় অংশটোৰ। সেইকাৰণে সি f নাবে চিৰকুমাৰ

হৈ থাকিবলৈ,—প্ৰাণময় বিশ্বসত্তাৰ দুৰ্বল, অসুস্থ অংশবোৰৰ সেৱাত ব্ৰতী হৈ থাকিবলৈ। সি ভাবিছিল যে সি আৰু মাৰিয়া দুয়ো সমাজ-দেহৰ মানৱিক শ্বেত কণিকাহে।

কাতিউছাৰ প্ৰতি তাৰ প্ৰেম আছিল নিষ্কাম। সি ভাবিছিল যে মানৱিক শ্বেত-কণিকাৰূপে সমাজৰ দুৰ্বলসকলক সেৱা কৰাৰ ক্ষেত্ৰত সেই প্ৰেম কেতিয়াও প্ৰতিবন্ধক হব নোৱাৰে; বৰং প্ৰেৰণাদায়কহে হ'ব।

ল'ৰাজন আছিল লাজুক আৰু বিনয়ী। কিন্তু যদিহে সি কিবা কথাত তাৰ মত স্থিৰ কৰি পেলায় তেনেহলে তাৰ চুলি এডালৰো কোনেও হেৰ-ফেৰ কৰিব নোৱাৰে।

এই মানুহজনৰ প্ৰেমে মাছলভাক প্ৰভাৱান্বিত কৰিছে। স্ত্ৰী-জাতিৰ সহজাত প্ৰবৃত্তিৰ বশ হৈ তাই এই কথা সহজতে বুজি পাইছে। তাই যেন এতিয়া বুজি পাইছে যে তাইৰ মূল্য বহুগুণে বাঢ়ি গৈছে। নেখলি-উদভে তাইলৈ বিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল তাৰ নিজৰ মহানুভৱতাৰ কাৰণে আৰু তাৰ অতীতত ঘটা ঘটনাৰ কাৰণে। কিন্তু চিমনছনে তাইক ভাল পায় আজিৰ তাৰিখৰ মাছলভাক, ভাল লাগে কাৰণেই ভাল পায়। গতিকে মাছলভাই সদায় সতৰ্ক হৈ আছিল যাতে চিমন-ছনৰ ধাৰণাৰ সৰ্বোৎকৃষ্ট গুণবোৰক নিজৰ ভিতৰতে বিকশিত কৰি তুলিব পাৰে।

মাছলভাৰ এই ধাৰণাৰ সূত্ৰপাত হৈছিল জেলখানাত থাকোঁতেই। নিৰ্বাসন দণ্ড পালন কৰিবলৈ একেলগে সিহঁতৰ পুনৰ্বাৰ দেখাদেখি হ'ল যদিও কোনোদিনেই কথাৰ বিনিময় হোৱা নাই; চকুৰ দেখা-দেখিতেই যেন সিহঁতে পৰস্পৰে পৰস্পৰক চিনি পাইছে × × ।

## ॥ তিনি ॥

এইছোৱা যাত্ৰা-পথত নেখলিউদভৰ লগত কাতিউছাৰ দুবাৰ সাক্ষাৎ

হোৱাৰ সুযোগ মিলিছে—এবাৰ বিৰতি-শিবিৰ এটালৈ জল-পথেদি যাওঁতে, আৰু এবাৰ দেৱেৰ কাৰাগাৰৰ কাৰ্য্যালয়ত। দুয়োবাৰেই তাইৰ কথা-বতৰাৰ মাজত সি মন কৰিছে যে কেনেবা ভাল নলগা বিষয় কিবা কথা যেন তাই গোপন কৰিছে। সি লগ ধৰিলেই তাই যেন তাক এৰা দি চলিবলৈ চেষ্টা কৰে, যেন কিবা লাজ লাজ ভাব দেখুৱাই কথাৰ উত্তৰ দিয়ে। আগৰবাৰ লগ ধৰোঁতে তাইৰ পৰা তেনে ব্যৱহাৰ পাওঁতে সি ভাবিছিল যে ফৌজদাৰী কয়দীবোৰৰ লগত থাকি তাই পুৰুষৰ সান্নিধ্য এৰাই চলিব খুজিছে; কিয়নো তাই তেতিয়া পুৰুষৰ পৰা অতি সাৱধানে চলি থাকিব লগা হৈছিল। কিন্তু ৰাজনৈতিক কয়দীসকলৰ লগত থাকি তাই যেতিয়া সেই সন্দেহৰ পৰা মুক্ত হ'ল, তেতিয়া তেনে আচৰণ দেখি স্বাভাৱিকতেই নেখলিউদভ আচৰিত হৈছিল। সি তাইৰ পৰা বিচাৰিছিল আন্তৰিকতা; তাৰ উত্তৰত সি যেন পাইছিল নৈৰাশ্যহে। মাথোন সি যে তাইৰ কাৰণে ইমানখিনি কৰিছে আৰু অৱশেষত ৰাজবন্দীসকলৰ লগতে থকাৰ সুবিধাটো কৰি দিছে তাৰ কাৰণেহে যেন তাই তাক কৃতজ্ঞতা জনাইছে।

আজি দুমাহ ধৰি নেখলিউদভে তাইৰ লগত পদযাত্ৰা কৰিছে। এই দুমাহতে সি মন কৰিছে—তাইৰ সেই আগৰ চেহেৰা নাই, গালে-মুখে বয়সৰ ছাপ, সাজ পোচাক আৰু অন্যান্য দিশটো তাইৰ পৰিৱৰ্তন ঘটিছে। এই উপলব্ধিৰ লগতে সি নিজে অনুভৱ কৰিলে যে তাইৰ সেই প্ৰথম অনুৰাগৰ বাহ্যিক উচ্ছ্বাসৰ লগত এতিয়া কোনো মিল নাই; পিছৰ কালত তাইৰ যি ইন্দ্ৰিয়-পৰায়ণ প্ৰেম জাগৰিত হৈছিল তাৰ লগত এতিয়াৰ মিল বৰ কম; এনেকি বিচাৰৰ পিছত সি তাৰ কৰ্তব্য কৰি দিয়াত আত্ম-প্ৰশংসাৰ বশৱৰ্তী হৈ নেখলিউদভে কাত্তিউচাক বিয়া কৰাবলৈ বিচৰা আগ্ৰহৰ লগতো ইয়াৰ মিল নাই। সি তাইৰ অতীতৰ দুৰ্ভাগ্যজনক ঘটনাবোৰ হেলাৰঙে এৰি দিছিল সহানুভূতিৰে। এনেকি কম্পাউণ্ডাৰজনৰ লগত হোৱা ঘটনাৰ (যিদিও ঘটনাতো কল্পনা কৰি সজা

হৈছিল ) পিছতো সি তাইক মার্জনা কৰিছিল।

ভালপোৱাটো ইমান দিন নেখলিউদভৰ হৃদয়তে আবদ্ধ আছিল হৃদয়ৰ বাহিৰলৈ ওলাই আহিবৰ যেন পথ পোৱা নাই ; এইবাৰ ভাব সেই নিৰুদ্ধ ভালপোৱাই যেন সকলো বান্ধ ভাঙি মুক্তধাৰাৰ দৰে প্ৰৱাহিত হ'ল। তাই যদি আৰু কাৰোবাক ভাল পাইছে সিজনৰ প্ৰতিও তাৰ ভালপোৱা গঢ়ি উঠিব ; কাতিউছাই ভালপোৱা মানে সি ভালপোৱা হব। তাৰ হৃদয় এতিয়া সম্পূৰ্ণ মুক্ত হৈছে ; তাৰ আৰু কোনো সংকীৰ্ণতা নাই।

কাতিউছাৰ এইবোৰ পৰিবৰ্তনৰ কথালৈ লক্ষ্য কৰি নেখলিউদভে ৰাজবন্দী আৰু বিপ্লৱীসকলৰ কথাও গভীৰভাবে বিশ্লেষণ কৰি চালে। অতি ওচৰৰ পৰা সিহঁতক পাই সি নিশ্চিত হ'ল যে মানুহে সিহঁতক দুষ্কৃতিকাৰী বুলি ভুল কৰিছে ঠিকেই, কিন্তু সিহঁতক সম্পূৰ্ণ আদৰ্শবান পুৰুষ বুলি কোৱাটোও ভুল হব। এই সাধাৰণ মানুহবোৰৰ মাজতে আছে কিছুমান ভাল মানুহ, কিছুমান মজলীয়া আৰু কিছুমান তলৰ খাপৰ। এই সকলোৰে কিছুমানে বিপ্লৱৰ পথ বাছি লৈছে ; কাৰণ সিহঁতে মনে-প্ৰাণে বিশ্বাস কৰে যে সমাজত বিৰাজ কৰি থকা অন্যায়-অবিচাৰৰ বিৰুদ্ধে যুঁজ দিয়াটো সিহঁতৰ কৰ্তব্যৰ ভিতৰত। আকৌ কিছুমানে বিপ্লৱী হোৱাৰ কাৰণ এয়ে যে তাৰ সুযোগতে সিহঁতে নিজৰ স্বাৰ্থসিদ্ধি অথবা উচ্চ আশা চৰিতাৰ্থ কৰিবলৈ সুযোগ লব পাৰিব। সৈন্যদলত থকা কালত নেখলিউদভে নিজে দেখিছে যে তৰুণ বয়সত প্ৰাণৰ প্ৰাচুৰ্য্যৰ কাৰণে নিতান্ত সাধাৰণ মানুহে দুঃসাহসিক অভিযানত খোজ পেলাব খোজে। এইটো হ'ল তৰুণ বয়সৰ ধৰ্ম। কিন্তু অন্যান্য সাধাৰণ পাঁচজনৰ লগত এঠাইত ইয়াঁৰ এটা তাঙৰ অমিল আছে : অমিলটো এইখিনিতেই যে এইসকল বিপ্লৱী তৰুণ ; সিহঁতৰ নৈতিক আদৰ্শ অতি উচ্চত। কেৱল যে আত্ম-সংযম, কষ্ট সহিষ্ণুতা, সত্যবাদিতা আৰু নিঃস্বাৰ্থপৰায়ণতাকে যে সিহঁতে একমাত্ৰ জীৱনৰ সংগী কৰি লয় তেনে নহয়, দলৰ আদৰ্শৰ কাৰণে সিহঁতে সিহঁতৰ সৰ্বস্ব—এনেকি প্ৰাণ পৰ্য্যন্ত বিসৰ্জন দিবলৈ কুণ্ঠাবোধ নকৰে। গতিকে সিহঁতৰ মাজৰ

যিবোৰ সৰ্বতোৎকৃষ্ট সিহঁতে নৈতিক আদৰ্শৰ অতি উচ্চ-শিখৰত উপনীত হব পাৰে। তেনে ঠাইত উপনীত হ'ব পাৰে অতি কম মানুহেহে। আকৌ সিহঁতৰ মাজৰ নিম্নস্তৰবোৰৰ মাজতে আছে বহুজন মজলীয়া, বহুজন ভণ্ড, আৰু কিছুমান আছে যিসকল আত্ম-বিশ্বাসী আৰু অহঙ্কাৰৰ উদ্ধত। গতিকে নেখলিউদভে নতুনকৈ পৰিচয় হোৱাসকলৰ কিছুমানক গভীৰভাৱে শ্ৰদ্ধা কৰিবলৈ—এনেকি ভালপোৱাৰ ভাল পাবলৈ ধৰিলে; আৰু বাকীসকলৰ প্ৰতি তাৰ মনোভাব অতি উদাসীন বুলিও কব পৰা যায়।

॥ ছয় ॥

নেখলিউদভৰ ভাল লাগিছিল যক্ষ্মাৰোগত ভুগি থকা সেই ল'ৰা-জনক। সি ৰাজবন্দী, মাছলভাহঁতৰ দলত অন্তৰ্ভুক্ত। সি ছাত্ৰাৱস্থাত কোনো ধৰণৰ বিপ্লৱী দলত নাছিল; সি আছিল ধনী জমিদাৰৰ ল'ৰা। বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে কেইজনমান ল'ৰাই এদিন এখন বহীত তাৰ পৰা চান্দা লৈছিল। কিহৰ চান্দা ল'ৰাজনে নাজানে; বহিদ বহীত তাৰ নাম লিখি সি চান্দা দিছিল। পিছত পুলিচে সেই বহীখন পালে। বিপ্লৱী দলক টকা দিয়াৰ কাৰণে সেই দলৰ লোক বুলি তাক গ্ৰেপ্তাৰ কৰা হ'ল আৰু পিছত জেলত ৰাখিলেনি।

জেলত থকা সময়তে তাক পালে যক্ষ্মাৰোগে। সি নেখলিউদভক তাৰ নিজৰ বিষয়ে কৈ কৈছিল যে তাৰ কাষৰ কোঠালী এটাত দুজন কম বয়সীয়া ল'ৰা আছে। সিহঁতৰ বয়স পোন্ধৰ-ষোলৰ ভিতৰত। এদিন ৰাতিপুৱা সিহঁত দুয়োজনকে বিচাৰৰ বাবে লৈ গ'ল। সন্ধিয়া সিহঁতে উভতি আহি জনালে যে সিহঁতৰ প্ৰাণদণ্ডৰ আদেশ হৈছে। কাৰণটো আছিল এয়ে যে সিহঁতে কয়দী দলৰ পৰা মাটিতে পলাব খুজিছিল ; সিহঁতে কাকো কোনো ধৰণৰ আঘাতো কৰা নাই। খবৰটো

তনি কোনেও বিশ্বাস কৰিব পৰা নাছিল যে সাধাৰণ এটি কথাৰ কাৰণে সিহঁতৰ প্ৰাণদণ্ডৰ আদেশ হ'ব পাৰে।

তাৰ পিছত এদিন সন্ধিয়া এজন চণ্ডৰীৰ পৰা শুনিলে যে মিস্ত্ৰীয়ে কাঁচী কাঠ সাজি আছে।

সকলো আচৰিত হ'ল। সিহঁতৰ বুজিবলৈ বাকী নৰল যে সঁচা-সঁচিকৈ ল'ৰা দুটাক কাঁচী দিবলৈকে সেই আয়োজন চলিছে। তাৰ পিছত শুনিলে যে মস্কোৰ পৰা কাঁচী দিয়া মানুহো আহি পাইছে।

এটা সময় এজন বিষয়া সোমাই আহি সিহঁতক পৰিষ্কাৰ কাপোৰ পিন্ধালে। সি বেৰৰ ফুটাৰে চাই দেখিলে যে মৃত্যুদণ্ডৰ আদেশ পোৱা ল'ৰা দুজনে আটাহ পাৰি ক'ব লাগিছে—"মই দোষী নহয় মোক নামাৰিবা........।" তাৰ পিছত সি দেখিলে যে সিহঁতক নিজান অন্ধকাৰৰ মাজেদি কাঁচীকাঠলৈ লৈ যোৱা হৈছে আৰু একমাত্ৰ জীৱনটোৰ কাৰণে আটাহ পাৰি পাৰি গৈ থকা ল'ৰাহালক চিপাহী-চণ্ডৰীয়ে আগলৈ ঠেলি ঠেলি নি আছে........। তাৰ কিছুপৰ পিছত সকলো নিস্তব্ধ হৈ গ'ল সিহঁতক জোৰ কৰি কাঁচীকাঠত........ তাৰ পিছত সকলো শেষ

এই অবৰ্ণনীয় নিষ্ঠুৰ আৰু শোকাবহ ঘটনাৰ বলি হ'ল দুটি নিষ্পাপ ল'ৰা। সি বিদ্ৰোহী হৈ উঠিল আৰু তাৰ সেই বিদ্ৰোহে এইজন ল'ৰাক বিপ্লৱী কৰি তুলিলে। সি ক'লে,

'জেতিয়াৰ পৰাই মই বিপ্লৱী হওঁ। এৰা .......।"

চৰকাৰৰ শাসন ব্যৱস্থা ধ্বংস কৰি দিয়াৰ প্ৰতিজ্ঞাৰে সি বিপ্লৱী হৈ পৰিছিল।

বিৰতি শিবিৰত সেই অকণমানি ছোৱালীজনীক বাপেকৰ পৰা কয়দীসকলৰ লগলৈ অনা ঘটনাৰ নিশা মেথলিউদভৰ ভাল টোপনি অহা নাছিল। গাওঁৰ এটা চৰাইখানাত বাতিটো কটাইছিল। সেই-দেখি পিছদিনা সাৰ পাওঁতে তাৰ পলম হ'ল। ইতিমধ্যে বাতিপুৱাতে কয়দীবিলাকক বিৰতি শিবিৰৰ পৰা লৈ গৈছিল। সিহঁত বহুদূৰ আগ-বাঢ়ি যোৱাৰ কাৰণে দিনৰ বিবটো খোজ কাঢ়িও মেথলিউদভে সিহঁতক

লগ ধৰিব নোৱাৰিলে। ইয়াৰ পিছত যিটো বিৰতি শিবিৰত সিহঁত কথা হ'ব সেই গাওঁখন' সি গৈ পাওঁতে সন্ধিয়া হ'ল।

সি গৈ এঠাইত জিৰণি ল'লে। তেবে পিছ· কেনেবাকৈ উছাৰ লগ ধৰি তুষাৰ কথা পাতিবৰ অনুমতি পাব পাৰি চেষ্টা কৰিলে। যোৱা সপ্তাহটোৰ ভিতৰত কোনো বিষয়েই অনুমতি নদিয়াত সি তাইৰ লগত কথা পাতিব পৰা নাই। ·ভিয়া ৰাতি হৈছে; চাৰিওকালে অন্ধকাৰ। যিঘৰ মানুহৰ ঘৰত আশয় লৈছিল তেওঁই অন্ধকাৰৰ মাজত বাট নেদেখাৰ কাৰণে এজন মানুহক ঠিক কৰি দিলে। শিবিৰটো আছিল দূৰত।

অন্ধকাৰৰ মাজেদি খেপি খেপি গৈ সিহঁতে শিবিৰৰ ওচৰ পালে। শিবিৰ অফিচৰ পৰা লেমৰ পোহৰ আহি চোতালত পৰিছে। সিহঁতক দেখিয়েই এজন চন্তৰীয়ে থেদি আহিল।

নেখলিউদভে আতৰি নগ'ল।

চন্তৰীৰ চিঞৰত এজন চাৰ্জেন্ট ওলাই আহিল সুধিলে, "কি লাগে?"

চাৰ্জেন্টজনে দৰ্শনাৰ্থী বুলি জানি দেখিলে যে দুটা পইচা ধৰাৰ এটা সুযোগ আহিছে। তেওঁ অলপ কোমল হ'ল। নেখলিউদভেও চাৰ্জেন্টৰ পইচাৰ লালসাৰ কথা বুজি পাই এই সুযোগতে হাতত কেইটা মান গুজি দিলে। লগে লগেই অনুমতি হৈ গ'ল।

অলপ পৰ পিছতে দুৱাৰৰ শিকলি খোলাৰ শব্দ হ'ল। তাৰ পিছত চাৰ্জেন্টজনে নেখলিউদভক এটা কোঠালীলৈ লৈ গ'ল আৰু বিষয়াজনক দেখা কৰাৰ সুযোগটো কৰি দিলে।

এইটো শিবিৰ আগৰবোৰ শিবিৰতকৈ ভাল আৰু কিছু পৰিপাটী যেন লাগিল। কোঠালীটোৰ সোমাজতে ওপৰৰ পৰা ওলোমাই থোৱা লেম এটা জলি আছে। টেবিলৰ কাষত বহি আছে এজন বয়সস্থ অফিচাৰ। বিষয়াজন থিয় হ'ল আৰু নেখলিউদভলৈ সন্দেহৰ চকুৰে চাই সুধিলে,

"কি লাগে ?"

"মই এজনী কয়দীক লগ কৰিব খোজো ।"

"—ৰাজবন্দী ? ৰাজবন্দীক দেখা কৰাৰ নিয়ম নাই ।"

"ৰাজবন্দী নহয় ; ৰাজবন্দী নহলেও মোৰ অনুৰোধত তাইক ৰাজ-বন্দীৰ লগত থাকিবলৈহে দিয়া হৈছে ।"

তাক বহিবলৈ ক'লে । বিষয়াজনৰ ব্যৱহাৰত নম্ৰতা দেখি তাৰ ভাল লাগিল । দুয়ো অলপ কথা পাতিলে । চাহ একাপ আগবঢ়াই দি বিষয়াজনে ক'লে "মানুহে ভাবে—কনজ্ঞ অফিচাৰবোৰৰ আটাইবোৰ বৰ্বৰ । সকলোবোৰ কিন্তু একে নহয় ।" তাৰ পিছত সি দেখা কৰিব খোজা ছোৱালীজনীৰ বিষয়ে সুধিলে । নেখলিউদভেও বিবৰি ক'লে ।

বিষয়াজনে এজন চিপাহী মাতি আনি ক'লে,

"এখেতক ৰাজনৈতিক বন্দী থকা কাষৰ ঘৰটোলৈ লৈ যোৱা । কয়দী-গন্তিৰ সময়লৈকে তেখেত তাত থাকিব পাৰিব ।"

চিপাহীজনৰ লগত নেখলিউদভে এটা ভিতৰুৱা পথেদি ঘৰ এটালৈ সোমাই গ'ল । ভিতৰত কাৰোবাৰ কথা চলিছে হব পায় । মৌমাখিৰ গুঞ্জন যেন শুনা গৈছে । কোঠালীবোৰ ঠেক । সিহঁত গৈ প্ৰথমতে যিটো কোঠালী পালে সেইটো লগত পৰিবাৰ থকা কয়দীৰ বাবে, তাৰে পিছৰ অৰ্থাৎ দ্বিতীয়টো কোঠালী পাৰ হৈ শেষৰটোত ৰখা হৈছে ৰাজনৈতিক বন্দীসকলক ।

ঠেক কোঠালীবোৰত গিজ-গিজকৈ ঠাহ খাই থকা এই কয়দীবোৰক নেখলিউদভে একেবাৰে যোৱা তিনিটামাহ দেখি আহিছে—নানা পৰি-স্থিতিত । দেখিছে শিকলিৰে বন্ধা অৱস্থাত নিজৰ ভৰিৰে ধূলি উকৱাই দুই যেন গ্ৰীষ্মৰ তাপ মূৰত লৈ খোজকাঢ়ি থকা ; দেখিছে ধূসৰ বাটৰ কাষত এৰ বওকাল জিৰণি লোৱা ; দেখিছে বন্দী শিবিৰত ৰাতি কটোৱা ; দেখিছে জহৰ দিনৰ দুপৰীয়া শিবিৰ প্ৰাঙ্গণত অতি বিতকল অৱস্থাৰে ব্যক্তিক লিও লৈ থকা । আজি সি যেতিয়াও সেইসকলৰ মাজলৈ আহিছে ; যেতিয়াই সি লক্ষ্য কৰিছে যেতিয়াই

সিহঁতৰ দৃষ্টিয়ে তাক চাৰিওপিনৰ পৰা বিন্ধিব লাগিছে। তেনেহেন অৱস্থাত এটা গভীৰ গ্লানিত তাৰ মন ভৰি পৰে আৰু তেতিয়াই তাৰ ভাব হয় সিহঁতৰ বিৰুদ্ধে যেন সি কিবা এটা পাপহে কৰিছে—যিটো পাপৰ কোনো ক্ষমা নাই। সি বুজি পায় যে এইটো পাৰ মানুহে যি পৰিৱেশ আৰু পৰিস্থিতিত জন্মি ডাঙৰ হৈছে আৰু এতিয়াৰ নৰকত যি কাম কৰি থাকিব লগা হৈছে সেই একে অৱস্থাতে থকাৰ বাহিৰে ইহঁতৰ আৰু কোনো গত্যন্তৰ নাই। তথাপিও নেথলিউদভে তাৰ ঘৃণাক সি নিজে জয় কৰিব পৰা নাই ........।

× × ×

কোঠালীৰ বাৰান্দাৰে গৈ থাকোঁতে চাৰ্জেন্টজন আহিল। তেওঁ নেথলিউদভক জনাই গ'ল—গন্তি আৰম্ভ হোৱাৰ আগে আগেই যেন তাৰ পৰা ওলাই আহে।

কৰিডৰতে এখন সৰু বেৰ দি কৰা ছুটা কোঠালী। তাত থাকে ৰাজবন্দীসকল। কৰিডৰত সোমায়েই নেথলিউদভে দেখিলে চিমনছনক। সি এটা কাঠৰ গুড়িৰ চুলাৰ কাষত বহি আছে। নেথলিউদভক দেখি সি থিয় নহ'ল। বহি বহিয়ে ক'লে :

আপুনি অহা বুলি শুনি আনন্দ পাইছোঁ। আপোনাৰ লগত মোৰ কিছু কথাও আছে।"

"—কি কথা বাৰু?"

"পিছতো কব পাৰিম ; এতিয়া অলপ ব্যস্ত আছো।"—কাঠৰ চুলাটোৰ প্ৰতি মনোযোগ দি সি ক'লে।

প্ৰথমখন দুৱাৰেদি নেথলিউদভে সোমাব খোজোঁতেই দেখিলে—দ্বিতীয়খন দুৱাৰেদি বাসেলভা ওলাই আহিছে হাতত এডাল সোঁজা আৰু কিবাকিবি লৈ। নেথলিউদভক দেখিয়েই তাইৰ মুখ ৰঙা পৰি গ'ল। হাতত থকা বস্তবোৰ নমাই থৈ সেডেবা হাতখন তাই ৰাখনাং টোতে মচিলে আৰু সোন হৈ নেথলিউদভৰ মুখামুখি হ'ল। সি বুজিলে

"কিবা কৰিবলৈ ওলাইছিলা হব পায়।"

"সেই একে কাম, ধূলিত বব নোৱাৰি; সাৰি ভুৰিছোঁ, তাৰ পিছত চিমনছনলৈ উদ্দেশ্য কৰি ক'লে, "কি হ'ল? কম্বলখন শুকাল নে নাই?"

" প্ৰায় শুকালেই!"

"—তেনেহলে ভিজা ওভাৰকোট কেইটাও শুকাবৰ বাবে আনি দিওঁ বৰ।" তাৰ পিছত নেখলিউদভলৈ চাই ক'লে,

"আমাৰ দলৰ সকলোবোৰ এই ঘৰটোত আছে।" তাই সোমাই গ'ল। নেখলিউদভো সোমাল।

ইয়াতে আছে নেখলিউদভৰ আগৰে পৰিচিত আৰু এজনী তিৰোতা। তাই যেন ৰোগাগ্ৰস্ত শুকাই খীনাই গৈছে। তাই নেখলি-উদভক দেখি ক'লে,

"হা-ৰে, আমি ভাবিছিলো—আপুনি মস্কোলৈ ঘূৰি গ'ল।"

সেই ঘৰটিৰে এটি কোণত বহি আছিল মাৰিয়া। তাই আছিল সৰু ছোৱালী এজনীৰ লগত ব্যস্ত হৈ। নেখলিউদভক দেখি তাই কৈ উঠিল,

"আপুনি আহি বৰ ভাল কৰিলে। কাতিয়াক দেখিছেনে? এই জনী আকৌ আমাৰ ইয়াত নতুন আলহী।" ছোৱালীজনীক দেখুৱাই তাইৰ মুৰ আচুৰি আচুৰি ফণীৰ আগত অহা ওকনি মাৰি মাৰি ক'লে।

ইতিমধ্যে নেখলিউদভে ৰাজনৈতিক বন্দী কেইজনৰ লগত বহি কথা পাতিছে। চাহও খাইছে। নেখলিউদভে আশা কৰিছিল যে সেই পৰ্ব শেষ হোৱাৰ পিছত কাতিউছাৰ লগত নিৰিবিলিকৈ বহি কিছু কথা পাতিব। এই আশা কৰিয়েই এজন ৰাজনৈতিক বন্দীৰ লগত আলাপ-চুলতি কৰাত লাগিল। সেইবোৰ কথাৰ মাজতে জনসাধাৰণ আৰু জনতাৰ প্ৰতিনিধিসকলৰ সম্পৰ্কৰ কথাও ওলাল। কিজনে ক'লে:

"আজি চৰকাৰৰ হাতত ক্ষমতা আছে বুলিয়েই সাধাৰণ মানুহে তেওঁলোকক সমীহ কৰে আৰু আনকালে ঘিণ কৰে আমাক। কিন্তু যিদিনা ক্ষমতা আমাৰ হাতলৈ আহিব সিদিনা দেখিব সেই সকলোৱেই আমাক পূজা কৰাত লাগিছে।"

কথা পাতি থকা সময়তে ভিতৰৰ ফালে কিবা গোলমাল হোৱাৰ শব্দ আহিল—কোনোবাই চিঞৰ-বাখৰ কৰিছে, কোনোবাই কান্দিছে; কাৰোবাক যেন মাৰধৰ কৰিছে ....... কোনোবাই চিঞৰিছে "বচোৱা বচোৱা ....।"

সিজনে কৈ উঠিল—"অত্যাচাৰ কৰবাৰ!"

মাৰিয়াই ক'লে, "তুমি অন্য মানুহৰ ভাল-বেয়াবোৰলৈ নোচোৱা কিয়?"

ওচৰতে কাষিওঁহা আছিল। এই সুযোগতে নেখলিউদভে সুধিলে, "আৰু তুমি, তুমি কি ক'ব খোজা?"

সি হাঁহি হাঁহি প্ৰশ্নটো কৰিলে হয়; পিছে তাৰ মনত ভয়—যদি তাই অন্য কোনো ঘটনাৰ কথাহে কৈ পেলায়।

তাইৰ মুখখন ৰঙা পৰিছিল।

## ॥ পাঁচ ॥

ওচৰৰ কোঠালীত কনভয়-অফিচাৰৰ মাত শুনা গৈছে। লগে লগে শিবিৰৰ কয়দীবিলাকৰ মুখত টুঁ শব্দ এটাও নাই। দুজন কনভয় সেনাক লগত লৈ এজন চাৰ্জেন্ট সোমাই আহিল। এতিয়া গণিব সময় হৈছে। চাৰ্জেন্টজনে প্ৰতিজনৰ ফালে আঙুলি টোৱাই টোৱাই গণনা কৰিলে। যেতিয়া নেখলিউদভলৈ তেওঁৰ আঙুলি পৰিল তেওঁ অতি নম্ৰভাৱে আৰু অন্তৰঙ্গভাৱ সুৰত ক'লে,

"এতিয়া ইয়াৰ পৰা চলে যোৱাৰ সময়। আপুনি ইয়াত থকাটো

উচিত হোৱা নাই। আপুনি যাবচহে লাগে।"

কথাখিনিৰ অৰ্থটো নেখলিউদভে বুজি পালে। সি আগৰে প্ৰথা জেলত তিনিটা কবল ঠিক কৰি থৈছিল। চাৰ্জেণ্টজনৰ ওচৰলৈ গৈ হাতৰ টিপতে টকাকেইটা গুজি দিলে।

'আঃ আপোনাৰ লগত আৰু নোৱাৰো। ঠিক আছে, অলপ সময় বহক বাক।"

ইমান পৰে চিমনছনে মূৰৰ তলত হাত বাখি মৌন হৈ এটি কোণত শুই আছিল। এইবাৰ সি উঠি আহিল নেখলিউদভৰ ওচৰলৈ। মুখত এটা দৃঢ় সংকল্পৰ ভাব। আহিয়েই নেখলিউদভক ক'লে, "এতিয়া মোৰ কথাটো শুনিবনে ?"

"নিশ্চয়, নুশুনিম কিয়।"

নেখলিউদভে চিমনছনৰ পাছে পাছে গ'ল। কাতিউছাই মূৰ তুলি চালে। নেখলিউদভৰ চকুৱে চকুৱে পৰাত তাইৰ মুখখনি ৰঙা পৰি উঠিল, কিবা যেন বিভ্ৰান্তভাৱে মূৰটো ল'বালে।

কৰিডৰত ভাব দি চিমনছনে কবলৈ আৰম্ভ কৰিলে,

"আপোনাক কব খোজা কথাটো হ'ল ........।"

"কৰিডৰত কয়দীবোৰৰ চিঞৰ-বাখৰৰ কাৰণে নেখলিউদভৰ মুখত এক বিৰক্তিৰ ভাব। অকপট-দৃষ্টি পেলাই সি নেখলিউদভক গম্ভীৰভাৱে ক'বলৈ ধৰিলে :

"কাতিউছাৰ লগত আপোনাৰ সম্পৰ্কৰ কথা মই ভালকৈয়ে জানো। সেইকাৰণে মই ভাবো—মোৰ কৰ্তব্য হৈছে ........।

কৰিডৰত গোলমাল হোৱা দেখি মাৰিয়া ওলাই আহিল, আৰু সিহঁতক ক'লে,

"ইয়াত জানো কথা পাতিব পাৰি ? সেইকালৈ যাওক—তাত অকল তেওঁ বাহে আছে।"

হুইয়োজনক লগত লৈ মাৰিয়াই নিতৌকলন : দুয়োবেয়ে এটা সৰু কোঠালীত সোমাল। কোঠালীটো নিৰ্জন। আজ তেওঁলোক অকলে

এখন বিছনাত কুঁজা-ভাঁজ দি শুই আছে। তাইৰ হেনো ববকৈ মুখ বিৰাইছিল। মাবিয়াই ওলাই যাব খুজিছিল। চিমনছনে বাধা দি ক'লে,

"যাব নালাগে, আমাৰ কোনো গোপন কথা নাই, বহক।"

মাবিয়াই ক'লে, "বাক ভেনেহলে বহিলো।"

চিমনছনে আৰম্ভ কৰিলে :

'আপোনাক কব খুজিছিলো যে কাভিউছাৰ লগত আপোনাৰ সম্পৰ্কৰ কথা মই জানো। কিন্তু তাইৰ লগত গঢ়ি উঠা মোৰ সম্বন্ধটোৰ কথা আপোনাক জনোৱাটো মোৰ কৰ্তব্য বুলি ভাবিছো।"

"তাৰ মানে?"

"মানে কাভিউছাক মই বিয়া কৰাব খুজছো।"

মাবিয়াই আচৰিত হৈ কৈ উঠিল, "আচৰিত কথা।"

চিমনছনে আগৰ সুৰতে কৈ গ'ল, "মই বিয়া কৰোৱাটো স্থিৰ কৰি পেলাইছো, কথাটো মই কাভিউছাকো কম।"

নেখলিউদভে ক'লে, "এই বিষয়ত মই কি কৰিব পাৰো কওক। গোটেই কথাটো নিৰ্ভৰ কৰিছে কাভিউছাৰ ওপৰত।"

"হয় আপোনাক বাদ দি তেওঁ এই কথাত একো সিদ্ধান্তলৈ আহিব নোৱাৰিব।"

"কাৰণ?"

"কাৰণ আপোনাৰ লগত তেওঁৰ সম্পৰ্কটো ভালকৈ স্থিৰ নহলে তেওঁ মনটো স্থিৰ কৰিব নোৱাৰিব।"

মইতো নিজে ইতিমধ্যে সেই বিষয়ৰ নিষ্পত্তি এটা কৰি পেলাইছোৱেই। মই মোৰ কৰ্তব্য বুলি ভবা কথাটো পালন কৰিব খোজো: লগতে কাভিউছাৰ দুৰ্ভাগ্যৰ বোজাটো পাতল কৰি দিব খুজিছো। মোৰ কাৰণে যেন তাইৰ কোনো অসুবিধা নহয়—মই তাকেই কামনা কৰো।"

"কিন্তু আপুনি স্বাৰ্থত্যাগ কৰাটো কাভিউছাই নিবিচাৰে।"

"তেন্তে। মোৰ লগত কথা পাতি লাভ কি?'

"তেওঁ বিচাৰে যেন আপুনিও সেই কথাটো মানি লয়।"

"নিজে বিটো কাম কৰিবলগীয়া বুলি ভাবো সেই কামটো মই নকৰো বুলি কওঁ কেনেকৈ? মই কেৱল এটা কথাকে কব পাৰো যে মই একেবাৰে মুক্ত হোৱা নাই; অৱশ্যে কাত্তিউছাই এই বিষয়ত মুক্ত হৈ আছে।"

চিমনছনে অলপপৰ নিৰৱে থাকিল। তাৰ পিছত ক'লে:

"ভাল বাক—মই তেওঁক এই কথা কম। মই তেওঁৰ প্ৰেমত পৰিছোঁ বুলি আপুনি যেন ধাৰণা কৰি নলয়। মই তেওঁক ভাল পাওঁ। কাৰণ আচৰিত ধৰণৰ সুন্দৰ মানুহ একনী হৈও ইমানবোৰ দুখ-যাতনা নিৰৱে সহিব পৰা গুণ তেওঁৰ আছে। তেওঁৰ সমস্ত দুখ-বেদনাৰ মই যদি অলপমানো লাঘৱ কৰিব পাৰিলোহেঁতেন! মোৰ আছে কেৱল এক গভীৰ আকুতি ......।"

চিমনছনৰ মাতটো কঁপি উঠিছে; তাকে দেখি নেখলিউদভ বৰ আচৰিত হ'ল। চিমনছনে কৈ গ'ল:

"......অলপমানো যদি কষ্ট লাঘৱ কৰিব পাৰে! যদি তেওঁ আপোনাৰ সহায়তা স্বীকাৰ কৰিব নোখোজে, তেনেহ'লে মোৰ সহায় খিনিকে স্বীকাৰ কৰক। তেওঁ সন্মত হ'লে তেওঁৰ কাৰাদণ্ড যি ঠাইত বা যি কাৰাগাৰত হব তালৈকে মোকো বদলি কৰাৰৰ বাবে যত্ন কৰিম। মাত্ৰ চাৰিটা বছৰহে; সেয়াটো অনন্ত কাল নহয়!"

অলপপৰ নিৰৱে থাকি নেখলিউদভে ক'লে,

"মইনো কি কওঁ? মোৰ আনন্দ এই খিনিতেই যে আপোনাৰ নিচিনা সহায় কৰা মানুহ একজন তাই পাইছে ......।"

চিমনছনে ক'লে, "কথাখিনি মই জনাৰ আৱশ্যক আছিল। আপুনি তেওঁৰ মংগল কামনা কৰা কথাখিনিকে মই ভালকৈ অনুমোদন কৰিব খুজিছিলো। পিছে এটা কথা—মোৰ লগত তেওঁৰ বিয়া হোৱাটো জানো মঙ্গলজনক কথা হ'ব?"

নেখলিউদভে ক'লে, "নিশ্চয়, সেইটো হবই লাগিব।"

"এতিয়া গোটেই কথাখিনি নিৰ্ভৰ কৰিছে কাত্তিউছাৰ ওপৰত।

মই বিচাৰো—তেওঁ কিছু শান্তি পাওক।"

চিমনছনে কথাখিনি কৈ গ'ল ; এক শিশুসুলভ মমতাৰ সুৰ শুনিলে নেখলিউদভে। চিমনছন তাৰ পৰা উঠি গ'ল।

গোটেইখিনি কথা মাৰিয়াই শুনি আছিল অতি মনোযোগেৰে। তাই ক'লে,

"কি হৈ গ'ল মনবোৰ ? চিমনছন যে ইমানখিনি উচ্ছ্বাসিত হব পাৰে এই কথা ভাবিব পৰা নাছিলো।"

নেখলিউদভে সুধিলে,

"কিন্তু কাতিউচাই এই কথাবোৰ কেনে ধৰণেৰে গ্ৰহণ কৰিছে বুলি তুমি ভাবা ?"

"অতীতত যি ঘটনাই নঘটক, তাই কিন্তু বৰ সৎ ; আৰু তাইৰ অনুভূতিও অতি সূক্ষ্ম। তাই আপোনাক গভীৰভাবে ভাল পায় ; সেই কাৰণে আপুনি তাইৰ লগত বেছিকৈ জড়িত হৈ পৰাটো তাই নিবিচাৰে। বিয়া কৰাই তাইৰ জীৱনলৈ আৰু অধিক পতনহে মাতি অনা হব বুলি তাই ভাবে—বিশেষকৈ আপোনাৰ লগত বিয়া হ'লে। তাইৰ অনুভূতি অতি প্ৰবল ; সেই কাৰণে তাই ভাবে যে যদিহে আপোনাৰ বিয়া হৈ যায় তেন্তে তাই অধঃপতিত জীৱনটোৰ বাকীখিনিও একেবাৰে নিঃশেষ হৈ যাব।"

"আনহাতে আপোনাৰ উপস্থিতিয়ে তাইৰ মনত হেন্দোলনি তোলে ; তথাপিতো তাই আপোনাৰ লগত থিয়াত্ত বহিবলৈ মনত নছব।"

"তেনেহ'লে মই কি কৰা উচিত ?"

"মই ভাবো—তাইক আপোনাৰ মনৰ কথা খোলা-খুলিকৈ কৈ দিয়া উচিত। তাইক মাতি আনো নেকি—আপুনি কথা পাতক।"

সি তাইক মাতিবলৈ গ'ল।

কোঠালীটো আছিল সৰু।

নেখলিউদভৰ অকলশৰীয়া লাগিছিল। এইখিনি পৰত তাৰ যেন এটা অদ্ভুত অনুভূতি জাগি উঠিল। চিমনছনে কোৱা কথাখিনি শুনাৰ পিছত সি যেন তাৰ নিজৰ ওপৰত থকা কৰ্তব্যৰ বোজাৰ পৰা এইবাৰ মুক্ত হ'ল। দুৰ্বল মুহূৰ্তত এটা বোজা কেতিয়াবা কেতিয়াবা বৰ গধুৰ বুলি ভাবিছিল। তথাপিতো সি এতিয়া লাভ কৰা অনুভূতিটো যেন কিবা ধৰণৰ অপ্ৰীতিকৰ; আৰু লগতে বেদনাদায়কো। সি ভাবিলে যে চিমনছনৰ প্ৰস্তাৱটোৱে তাৰ আত্ম-ত্যাগৰ অনন্যখিনিক নষ্ট কৰি দিব খুজিছে। তাৰ দ্বাৰা সেই ত্যাগৰ মূল্য নাবাঢ়ে; বৰং কমিহে যাব। চিমনছন এজন ভাল মানুহ বুলি সি বুজি পাইছে; কোনো বাধ্য-বাধকতাৰ বন্ধনত চিমনছন পৰা নাই। তথাপি সি যদি তাৰ নিজৰ ভাগ্যক তেনেধৰে বিচাৰ কৰিব খোজে তেনেহ'লে তাৰ ভাগ্যৰ লগত নেখলিউদভৰ আত্ম-ত্যাগৰ মূল্যইবা থাকিব কিমান! এইবোৰ চিন্তাৰ লগে লগে তাৰ যে অলপ ঈৰ্ষাৰ ভাবো জন্মা নাছিল তেনে নহয়। কাতিউছাৰ প্ৰতি তাৰ প্ৰেম অতি গভীৰ; কাতিউছাক বাদ দি অন্য কাৰোবাক যে সি ভাল পাব পাৰে সেই কথাও সি সহজে মানি ল'ব পৰা নাই।

ইয়াৰ উপৰিও নেখলিউদভে ভাবিছিল যে কাতিউছাৰ কাৰাদণ্ড শেষ নোহোৱা পৰ্যন্ত সি তাইৰ ওচৰা-ওচৰিকৈ থাকিব; এতিয়া তাৰ সেই আশাও ব্যৰ্থ হৈ যায়। চিমনছনক যদি তাই বিয়া কৰায় তেনে হ'লে তাৰ উপস্থিতিৰেইবা মূল্য থাকিব ক'ত? তেতিয়া সি নতুনকৈ তাৰ ভৱিষ্যতৰ পন্থা ঠিক কৰি লব লাগিব।

দুৱাৰ খুলি সোমাই আহিল কাতিউছা।

"তোমাৰ লগত কিছু কথা পাতিবলৈ আছে, বহা।" সি ক'লে। তাৰ পিছত ক'লে, "চিমনছনে তোমাৰ কথা কৈছে।"

তাই বহিল ওচৰতে। মুখখন অতি শান্ত; কিন্তু নেখলিউদভৰ মুখত চিমনছনৰ নামটো শুনি তাইৰ মুখখন ৰঙা পৰি গ'ল। তাই সুধিলে:

"তেওঁ কি ক'লে?"

'ক'লে—তেওঁ তোমাক বিয়া কৰাব খোজে।"

হঠাৎ নেখলিউদভৰ গোটেই মুখখন কোঁচ খাই গ'ল। মুখেৰে আৰু একো কব নোৱাৰা হ'ল। সি চকুযুৰিৰে তাইৰ ফালে চাই থাকিল।

"তেওঁ মোৰ সন্মতি বিচাৰিছিল। নহলে পৰামৰ্শ বিচাৰিছিল। মই তেওঁক কৈছো যে গোটেইখিনি কথা নিৰ্ভৰ কৰিছে তোমাৰ ওপৰত। তুমি যি কোৱা সেয়েই হ'ব।"

"এই বিলাকৰ অৰ্থ কি? কেলেই?" নেখলিউদভৰ চকুৰ পিনে কেৰাহিকৈ চকুদি তাই পুনৰ সুধিলে। কিছুপৰ চকুৰ দৃষ্টি লক্ষ্য নহ'ল চকুৰ ভাষাৰে উভয়ে উভয়ক বহুত কথা ক'লে।

নেখলিউদভে ক'লে,

"তুমিয়েই স্থিৰ কৰিব লাগিব।"

'—মই আকৌ কি স্থিৰ কৰিম? সকলোবোৰতো আগতেই স্থিৰ কৰা হৈ গৈছে।

—তাই ক'লে, "নহয়, তুমি চিমনছনৰ প্ৰস্তাৱ গ্ৰহণ কৰিছা নে নাই?

'মই এজনী দাগী আচামী; মই কেনে ধৰণৰ তিৰোতা হ'ব পাৰো কোৱা। চিমনছনৰ জীৱনটো মই নষ্ট কৰো কিয়!"

"ধৰিলোৱা—দণ্ড যদি ৰহিত হয়, তেন্তে?"

"—আঃ মোক তুমি এৰি পেলোৱা—কবলৈ মোৰ আৰু একো নাই।"—কথাখিনি কৈয়েই তাই কোঠালীৰ পৰা হাতকৈ ওলাই গ'ল।

॥ ছয় ॥

কাত্তিউছাৰ পাছে পাছে ওলাই গ'ল নেখলিউদভ। পুৰুষৰ কোঠালীটো পাওঁতে দেখিলে এক হুলস্থূলীয়া উত্তেজনা; হুলস্থূলৰ কাৰণ অনুধাৱন কৰি আগবাঢ়ি আহোঁতে সি মন কৰিলে যে চাৰ্জেণ্টজনে নেখলিউদভক নিবলৈ আহি বহুত সময় অপেক্ষা কৰি আছিল। এইবাৰ সি সকলোৰে পৰা বিদায় গ্ৰহণ কৰি চাৰ্জেণ্টজনৰ পাছে পাছে আহিল।

দুৱাৰমুখৰ পৰা আঁতৰি আহি সি অলপ পৰ থিয় হ'ল; বুকুভৰাই এটা নিশ্বাস ল'লে, নাকেৰে শীতল বতাহ টানি টানি বহুপৰ নিশাহ লৈ থাকিল।

তেতিয়া বিশাল আকাশখনিত তৰা দেখা গৈছে।

কিছুমান ঠাইত বাহিৰে পথৰ বাকীবোৰত থকা বোকাবোৰ বৰফৰ লগত জমি গৈছে। উভতি গৈ চৰাইখানাৰ দুৱাৰত সি টোকৰ মাৰিলে। ঘৰৰ বুঢ়া মানুহজন ওলাই আহি দুৱাৰখন খুলি দিলে। সি ভিতৰলৈ সোমাই গ'ল। বাহিৰত পিন্ধা কাপোৰযোৰ খুলিলে আৰু তাৰ পিছত বিছনাখনৰ ওপৰত কম্বলখন পাৰি লৈ দীঘল দি শুই পৰিল।

বিচনাত পৰি সি মাথোন ভাবিছে দিনটোত ঘটি যোৱা ঘটনা-বোৰৰ কথা। সি নিজে নিজেই কথাবোৰ পৰ্য্যালোচনা কৰিবলৈ ধৰিলে।

আজি সন্ধিয়া চিমনছন আৰু কাত্তিউছাৰ লগত হোৱা কথা বতৰা তাৰ বাবে আছিল একেবাৰে অপ্ৰত্যাশিত; আৰু আছিল গুৰুত্বপূৰ্ণও।

হ'লেও সেই কথাকে লৈ সি মূৰ ঘমোৱাটো আৱশ্যক বুলি নাভাবিলে। ঘটনাটোৰ লগত তাৰ সম্পৰ্ক ইমানেই জটিল আৰু অনিৰ্দিষ্ট যে সেই সম্পৰ্কত সি কোনো কথা নাভাবিবলৈ স্থিৰ কৰিলে। কথাবোৰ মনৰ পৰা আঁতৰ কৰিবলৈও চেষ্টা কৰিলে বহুতবাৰ।

তাৰ পিছত বাৰে বাৰে ভাবিবলৈ ল'লে। ঘনে ঘনে তাৰ মনলৈ আহে সেই দুৰ্দশাগ্ৰস্ত কয়দীবোৰৰ কথা, দুৰ্গন্ধময় পৰিৱেশত সিহঁতে ভোগ কৰি থকা কষ্টৰ কথা. লক লক ল'ৰা-ছোৱালীবোৰে যাত কিদৰে দুৰ্দশা ভোগ কৰি আছে সেইবোৰ কথা ....।

মানুহৰ ওপৰত মানুহৰ অত্যাচাৰ-উৎপীড়ন, মানুহৰ জীৱনৰ লাঞ্ছনা আৰু দুখ দুৰ্গতি, মানুহৰ মাজতে মানুহৰ অধঃপতনবোৰ .... আজি তিনিমাহ ধৰি সি নিজ চকুৰে একেবাৰে প্ৰত্যক্ষ কৰিছে আৰু বিগত তিনিটা মাহতে সি ক্ৰমাগতভাৱে নিজকেই প্ৰশ্ন কৰিছে: "মই পগলা হলোঁ নেকি যে অইনে চকু নিদিয়া কথাবোৰ মোৰহে চকুত পৰে, নে সিবোৰ মানুহহে পগলা যিবোৰে কৰা কামবোৰ মোৰ চকুত পৰি যায় .....?"

যোৱা তিনিটা মাহ ধৰি নেখলিউদভে যি দেখিছে তাৰ পৰা সি ধাৰণা কৰি লৈছে যে যিসকল মানুহে স্বাধীনভাৱে ঘূৰি-ফিৰি থাকে তাৰ মাজৰ পৰা বিচাৰ-বিভাগীয় আৰু প্ৰশাসনিক আদেশৰ বলত কিছুমান মানুহক বাচি বাচি ধৰা হৈছে। সেই মানুহবোৰৰ যিবোৰ খণ্ডাল বা উত্তেজনাপ্ৰৱন যাৰ আৱেগ উচ্ছ্বাস আনতকৈ বেছি, আটাইতকৈ বেছি যাৰ প্ৰতিভা সহজাত, সকলোতকৈ শক্তিমান যিসকল অথচ যিসকল আনৰ তুলনাত চতুৰ বা সাৱধানী নহয় সেইসকলকহে বাচি বাচি ধৰি অনা হৈছে। বাহিৰতে থাকি স্বাধীনভাৱে বাকী যিসকলে বিচৰণ কৰে, সমাজৰ কাৰণে সেইসকল সিহঁততকৈ বিন্দুমানো বিপজ্জনক নহলেও সিহঁতক গ্ৰেপ্তাৰ কৰি আনি বয় কাৰাগাৰত, বিবস্তি সিবিৰত, সশ্ৰম কাৰাবাস দি, পঠোৱা হয় নিৰ্বাসনলৈ। মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ ধৰি সিহঁতক তাত বখা হয় [illegible]

পিছত এনেবোৰ কাৰাবাসতে সকলোকে অনাৱশ্যকভাৱে অপমান কৰা হয় শিকলিৰে বান্ধি মূৰৰ চুলি খুৰাই, লজ্জাজনক পোছাক পিন্ধিবলৈ দি সিহঁতে জীৱন কটায় সংকটৰ মাজত, কলুষিত জীৱনৰ সংস্পৰ্শত।

সি ভাবি গ'ল :

শাসকসকলৰ সন্মুখত যেন এটা সমস্যা উপস্থিত কৰা হৈছে : কি উপায় কৰি অতি কাৰ্য্যকৰীভাৱে বেছিভাগ মানুহৰ চিত্ত কলুষিত কৰা যাব পাৰে ? প্ৰতি বছৰে হাজাৰ হাজাৰ মানুহৰ চৰিত্ৰ কলুষিত কৰা হয় আৰু যিটো সময়ত সিহঁতে অধঃপতনৰ এক গভীৰতম স্তৰলৈ নামি যায় ঠিক সেই সময়তে সিহঁতক খালাচ কৰি এৰি দিয়া হয়। ইয়াৰ উদ্দেশ্য এয়ে-যে জেলত থকা কালত নৈতিক ব্যাধিৰে আক্ৰান্ত হোৱা এই মানুহবোৰৰ দ্বাৰা অন্যবোৰো সংক্ৰমিত হৈ যায়। ˇ ˇ জেলত কিছুদিন কটাই অহা কয়দীবোৰে সিহঁতৰ নিজৰ ওপৰত ঘটাখিনিকে সমস্ত সত্তাৰে উপলব্ধি কৰিবলৈ আৰম্ভ কৰে যে ধৰ্মানুষ্ঠান আৰু ন্যায়-নীতিৰ প্ৰবক্তাসকলে মানুহৰ প্ৰতি শ্ৰদ্ধা আৰু সহানুভূতি প্ৰদৰ্শনৰ সম্পৰ্কত যিবোৰ নীতি-বাক্য প্ৰচাৰ কৰে বাস্তৱ জীৱনত তাৰ কোনো স্থান নাই ; আৰু সেই কাৰণেই তেওঁলোকেও যে সেইবোৰ পালন কৰিব লাগে তাৰ কোনো বাধ্যবাধকতাও নাই।

যিবোৰ ঘটনা ঘটি গৈছে সেই ঘটনাবোৰ উচিত হৈছে বুলি যদি ধৰি লোৱা হয় তেতিয়াও ক'ব পাৰি যে এইবোৰ মাত্ৰ কিতাপৰ পাতৰ কাৰণেহে। কওঁতে কোৱা হয় যে ইয়াৰ দ্বাৰা অপৰাধ নোহোৱা কৰিব পাৰি, অপৰাধপ্ৰৱণ লোকৰ মনত ত্ৰাসৰ সঞ্চাৰ কৰিব পাৰি, অপৰাধী লোকক শুধৰাব পাৰি। কিন্তু বাস্তৱ ক্ষেত্ৰত কি হয় ! চুক্তিৰ অনু-মানতো নহয়েই, বৰং তাৰ বিকৃতিহে ঘটে।

ত্ৰাসৰ সঞ্চাৰ কৰি অপৰাধীসকলক শোধৰোৱা হৈছে ৰাজ্যৰ উৎসাহ। অপৰাধীৰ ভিতৰতে বহুতে জিঘাংসা-বিলাই বুলি নিজৰ ইচ্ছাতে গ্ৰহণ কৰিছে কাৰাবৰণ। তেওঁবোৰাক অৱজ্ঞা কৰা হৈছে

ওলোটাটো। নিয়মিতভাৱে যেন সকলোপিনে সকলো প্ৰকাৰৰ পাপৰ বীজ বিস্তৃতভাৱে সঞ্চাৰিত হৈছে।

সি আকৌ চিন্তা কৰিলে :

এইবোৰ কথা যে কিবা এটা ভ্ৰমতহে হৈছে তেনেও নহয় ; এই-বোৰ ঘটি আছে শতাব্দীৰ পিছত শতাব্দী জুৰি। প্ৰভেদটো মাত্ৰ এই যে অতীতত অপৰাধীৰ নাক কাটি শাস্তি দিয়া হৈছিল, পিছত তাকে পৰিবৰ্তন কৰি তপত লোহাৰে পুৰি গাত দাগ দি 'দাগী' বুলি চিহ্নিত কৰা হৈছিল ; আৰু এতিয়া যেনিবা হাত-কেৰেয়া মাৰি নিৰ্বাসনলৈ পঠোৱা হয় .. । প্ৰকৃতপক্ষে সুবিচাৰ কৰা হৈছে নে নাই বা জনগণৰ মঙ্গল হ'ল নে নাই এই কথালৈ উকীল বা আদালতৰ পেচকাৰৰ পৰা আৰম্ভ কৰি মন্ত্ৰীলৈকে কোনেও চিন্তা নকৰে। সেইসকলে এইবোৰ কথা যিমানেই নকওক কিয় - তেওঁলোকৰ একমাত্ৰ চিন্তা টকাৰ। সেই টকা তেওঁলোকক দিয়াও হয় মানুহক যন্ত্ৰণা আৰু অধঃপতন পথলৈ ঠেলি দিয়াত সৰ্বতোপ্ৰকাৰে সহায় কৰিবৰ কাৰণে।

সি চিন্তা কৰিবলৈ ধৰিলে :

"তেনেহ'লে ভুল বুজাবুজিৰ কাৰণতহে এইবোৰ হৈছে নেকি ? এনেকুৱা এটা ব্যৱস্থাও কৰিব নোৱাৰিনেকি যে দৰমহা ভোগ কৰা সকলোকে তেওঁলোকৰ দৰমহাৰ উপৰিও এটা অতিৰিক্ত বানচ দিব পৰা যায়। এই বানচ এনে হাৰত দিয়া যাব পাৰি নেকি—যিটো পালে তেওঁলোকে বাহিৰাধনৰ আকৰ্ষণৰ পৰা আঁতৰি থাকে ??"

এইবোৰ কথা চিন্তা কৰি থাকোঁতে ৰাতি পুৱাবৰ হ'ল। ৰাতি পুৱাবৰ সময়তহে তাৰ গভীৰ টোপনি আহিল।

॥ সাত ॥

ৰাতিপুৱা এজন পুলিচে তাক মাতি ক'লে যে বিৰতি-শিবিৰৰ

পত্ৰা-ভালে এখন চিঠি আহিছে। নেখলিউদভে উঠিল, চিঠিখন চালে, লিখিছে মাৰিয়াই। চিঠিত লিখিছে—যক্ষ্মাৰোগী কয়দীজনৰ অৱস্থা অতি শোচনীয়। তাক এইটো শিবিৰতে ৰখাৰ কাৰণে আবেদন কৰা স্বত্বেও অনুমতি দিয়া নাই। গতিকে নেখলিউদভে যেন ইয়াৰ পিছৰ শিবিৰত ৰোগীজনক ৰাখি থোৱাৰ ব্যৱস্থাটি কৰি দিয়ে। চিঠিত আৰু লিখিছে: "তেওঁক চোৱা-চিতা কৰিবৰ কাৰণে আমাৰে কোনোবা এজন লগতে থকাৰো ব্যৱস্থা কৰি দিব লাগে; আৱশ্যক হ'লে মইয়েই তেওঁক বিয়া কৰাই লগত থাকি যাম।"

ইতিমধ্যে কয়দীৰ দলটোৱে যাত্ৰা আৰম্ভ কৰিছে।

নেখলিউদভে ঘোঁৰাগাড়ী এখন লৈ দলটোক লগ ধৰিবলৈ ওলাই গ'ল। তীব্ৰ-বেগেৰে গৈ গাড়ীখনে যক্ষ্মাৰোগীজন থকা গাড়ীখনক লগ ধৰিলে। দেখিলে সেই অৱশ আৰু জীৰ্ণ মানুহজনৰ চকু মুদা; যেন সি কোনো মুহূৰ্ততে শেষ হৈ যাব। মাৰিয়াহঁত একেখন গাড়ীতে বেমাৰীৰ কাষতে আছে। লগতে আছে কাতিউছা, চিমনছন আৰু ভে'ৰা।

মাৰিয়াই নেখলিউদভক কিবা এটা কৈছিল, গাড়ীৰ ঘৰ-ঘৰণিত একো শুনা নগ'ল। তাক দেখি গাড়ীত থকা মহিলা কয়দীবোৰে মুখ ঘোৱালে, চিমনছনেও।

গভীৰ খলা-বমাৰোৰৰ ওপৰেদি চলি আছে কয়দীবোৰৰ গাড়ীখন।

এটা সময়ত গাড়ীখনে এখন চহৰৰ উপকণ্ঠত প্ৰৱেশ কৰিলেগৈ। মানুহৰ হাই-উৰুমি, পান দোকানৰ সন্মুখত কোলাহল, ঘোঁৰাগাড়ীৰ আড্ডা—এইবোৰ দেখিয়েই চহৰখন নিচেই ওচৰতে বুলি ধৰিব পাৰি।

আগবাঢ়ি গৈ গাড়ীখনে এখন ডাঙৰ নৈ পালে আৰু ফেৰী-ঘাটত ৰ'ল। তাৰ পিছত ঘোঁৰাগাড়ী গ'ল—ফেৰীত তুলিলে, নৈৰ সিপাৰলৈ বুলি ফেৰীখন চলিল।

ইমানপৰে নেখলিউদভে ফেৰীৰ এটি কোণত থিয় হৈ আছিল। তাৰ অপলক দৃষ্টি সেই মৃতপ্ৰায় ৰোগীজনলৈ। ঘোঁৰাগাড়ীৰ ওপৰতে লৰি লৰি গৈ আছে তাৰ মুখটো। তাৰ চকুত পৰিছে কাতিউছাৰ মুখৰটো। তাই প্ৰফুল্ল চিত্তৰে গৈ আছে চিমনছনৰ ওচৰতে বহি।

সি ভাবাক্রান্ত হৈ পৰিছে এই দুটা দৃশ্য চাই চাই ; হৈ পৰিছে ব্যথিত। এটা নিৰ্যাতিত প্ৰাণীয়ে মৰিবৰ কাৰণে প্ৰস্তুত হৈও আগবাঢ়িছে মৰিব বুলি, আৰু আনফালে চিৰকালৰ নিচিনা মানুহজনৰ প্ৰেম লাভ কৰি দৃঢ় নিশ্চিত আৰু যথাৰ্থ মঙ্গলৰ পথত খোজ দিবলৈ উদ্যোগ কাঢ়িউছাই।

নতুন অভিজ্ঞতাটোৱে নেখলিউদভক আনন্দ দিব লাগিছিল, কিন্তু গোটেই ছবিখনে তাক এনে ধৰণেৰে ভাবাক্ৰান্ত কৰি তুলিলে যে সি কোনো প্ৰকাৰে মনৰ ভাব আঁতৰ কৰিব নোৱাৰিলে।

চহৰৰ কোনোবা ঠাইৰ গীৰ্জাৰ পৰা অহা ঘন্টাৰ কোব শুনা গৈছিল নদীৰ মাজৰ পৰা। নেখলিউদভে দেখিলে যে এজন ফটাছিটা কাপোৰ পিন্ধা বুঢ়া মানুহত বাদে ফেৰীত থকা বাকীবোৰে সেই শব্দ শুনি বুকুৰ ওপৰত হাতেৰে ক্ৰুশ-চিন আঁকিছে। নেখলিউদভে বুঢ়াজনক সুধিলে,

"বুঢ়া আতা, প্ৰাৰ্থনা নকৰা কিয়, তুমি দীক্ষা লোৱা নাই নেকি ?"

কিবা কাজিয়া কৰাৰ নিচিনা শব্দৰ সুৰ তুলি বুঢ়াই ক'লে,

"কাক প্ৰাৰ্থনা কৰিব লাগে ?"

আকৌ কাক—ভগৱানক ........."

"দেখুৱাই দিয়াচোন—ক'ত আছে তোমাৰ ভগৱানজন।"

বুঢ়াৰ চকুৱে মুখে এক দৃঢ়তা। নেখলিউদভে বুজি পালে যে এইজন বুঢ়াই কোনোবাজন আচল 'টান' মানুহৰ হাতত পৰিছে। সি ক'লে,

"ক'ত থাকিব আকৌ, স্বৰ্গত।"

"তুমি তালৈ গৈছিলা নেকি ?"

"নহয়, তালৈ যোৱা নাই ; কিন্তু ভগৱানক প্ৰাৰ্থনা কৰিব লাগে বুলি সকলোৱে জানে।"

বুঢ়াই চকুৰ ভ্ৰু দুটা টান কৰি আগৰবাৰৰ দৰে ক'লে :

"ভগৱানক কোনেও দেখা নাই, ভগৱানৰ পৰা ওপজা যুক্তি কোৱা সকলেহে ভগৱানৰ অস্তিত্বৰ কথা কৈ ফুৰে।"

তাৰ পিছত ৰোঁৱাৰ চাৰকুদাল কৰ্কালত গুজি লৈ ৰোঁৱাৰ গাৰ কাপোৰখন ঠিক কৰি কৰি ক'লে, "বাক বুজিলো—তুমি খৃষ্টান নহয়? তুমি শূন্যক পূজা কৰা, শূণ্যৰ ফুটাটোকে প্ৰাৰ্থনা কৰা।"

কোনোবা এজনে হাঁহি দিলে।

এজন বয়সস্থ মানুহ থিয় হৈ আছিল কাষতে। তেওঁ সুধিলে

"আচ্ছা আতা, তুমি তেন্তে কোনটো ধৰ্মত বিশ্বাস কৰা?"

"মোৰ কোনো ধৰ্ম-বিশ্বাস নাই; কাৰণ মই কাকো বিশ্বাস নকৰো—নিজক বাহিৰে।"

নেখলিউদভে সুধিলে, "নিজক কেনেকৈ বিশ্বাস কৰিবা? ভুলোতো হৈ যাব পাৰে!"

বুঢ়াই মূৰটো লৰালে। ক'লে, "ভুল মই জীৱনতে কৰা নাই।"

"তেন্তিয়া হ'লে ইমানবোৰ ধৰ্মমত কিয়?'

বুঢ়াই ক'লে,

"বিভিন্ন ধৰ্মমত থকাৰ বাবেইতো মানুহে নিজক বিশ্বাস নকৰি আনক বিশ্বাস কৰে। এটা সময়ত মেয়ো অন্যক বিশ্বাস কৰি হেৰাই যাব খুজিছিলো। . . তুমি জানিবা—আত্মা মাত্ৰ একেটা—ধৰ্মমতহে বেলেগ .... । মই নিজৰ আত্মাটোকহে বিশ্বাস কৰো .... মানুহে নিজৰ নিজৰ আত্মাবোৰক একেলগ কৰিব পাৰিলেহে একৰ মাজত বহুতক পাব পাৰে

বুঢ়াৰ কথা শুনি সকলোৱে তভং খালে। নেখলিউদভে সুধিলে, "তুমি বহুত দিনৰ পৰা এই বিশ্বাস কৰি আহিছা হব পাৰে?"

"অ' — বহুত দিনৰ পৰা।"

× × ×

কেৰাঁজাহাজখন ইপাৰ পালেহি।

নেথলিউদভে এখন হোটেললৈ গ'ল। তাৰ পিছত বন্দীবোৰৰ কয়দীজনৰ কামটো কৰি দিব পাৰি নেকি এবাৰ চেষ্টা কৰি চাবলৈ ওলাই গ'ল।

চিপাহী চন্তৰীৰে পৰিবেষ্টিত বৃহৎ অট্টালিকাটোৰ আগফাল-পাছ-ফাল দুয়োটাফাল ফুলৰ বাগিচা; আছপেন আৰু বাৰ্চ গছৰ শুকান ডালৰ ফাঁকেদি দেখা গৈছে পাইন আৰু ফাৰ গছৰ গাঢ় শ্যামলীমা।

জেনেৰেলজনৰ গা বৰ ভাল নাছিল। ড্ৰেচিংগাউন পিন্ধিয়েই ওলাই আহিছিল নেথলিউদভক দেখা কৰিবলৈ। নেথলিউদভে ক'লে

"মই এগৰাকী কয়দীৰ লগত আহিছো। এজন ব্যক্তিৰ কাৰণে মহাশয়ক দেখা কৰিবলৈ আহিলো।" তাৰ পিছত কথাখিনি বহলাই ক'লে।

গৱৰ্ণৰজন কেৱল শিক্ষিতই নহয়—সংস্কৃতিবানও। প্ৰথম দৰ্শনতে নেথলিউদভৰ তেওঁলৈ ভাল লাগি গ'ল।

সি ক'লে যে সি নিজে এজনী মহিলা কয়দীৰ সম্পৰ্কত আগ্ৰহী। অন্যায় কৰি তাইক দণ্ড দিয়া হৈছে। মহামান্য সম্ৰাটৰ ওচৰত পুনৰ আপীল কৰা হৈছে।

"-তাৰ পিছত?

"পিটাৰ্চবুৰ্গত ভেওঁলোকে মোক কৈছিল যে সম্ৰাট বাহাদুৰলৈ কৰা আপীলৰ ফল আপোনাৰ ঠিকনাত মোক জনাব। সেই কাৰণে মই আপোনাক লগ পাবলৈ আহিছো।

সিগিৰাজনক চাহ আনিবলৈ কৈ গৱৰ্ণৰজনে ক'লে, "আৰু কিবা আছে নেকি?"

"মই এজন ৰাজবন্দীৰ কথাও কবলৈ আহিছো। যেতিয়া কথা হোৱা......। অৱশ্যে অতি গোপনীয়। কিছু কোনো মুহূৰ্তত......।, মহাশয়

যদি অনুগ্ৰহ কৰি তাক এইটো শিবিৰতে ৰাখি থলেহেঁতেন হ'লে তাক সেৱা শুশ্ৰূষা কৰিবলৈ লগতে এজনী ৰাজবন্দীনীয়ে থাকি যাবলৈ আগ্ৰহ প্ৰকাশ কৰিছে।"

"তেওঁ ৰোগীজনৰ আত্মীয় নেকি?"

"নহয়, তাই লাগিলে মানুহজনক বিয়া কৰাই লব। তেনেকৈয়ে থাকি তাই শুশ্ৰূষা কৰিব খোজে।"

জেনেৰেলজনে কয়দীৰ বিবাহ-আইনখন খুলি চালে: একেধৰণৰ দণ্ডেৰে দণ্ডিত পুৰুষ-মহিলাৰ বিয়া হ'ব পাৰে; কিন্তু দণ্ড লাঘৱ হব নোৱাৰে।

নেখলিউদভে এখিলা কাগজত নামকেইটা লিখি দিলে। তাৰ পিছত সি নমস্কাৰ জনাই যাবলৈ থিয় হ'ল। বিষয়াজনে সুধিলে,

"আপুনি উঠিছেহি ক'ত?"

"এখন হোটেলত।"

"হোটেল বৰ ভাল নহয়। আপুনি ৰাতিৰ আহাৰ মোৰ ইয়াতে কৰিব পাৰে; আহিবনে? আপুনি ইংৰাজী জানে হ'ব পায়?"

"—হয়।"

"এজন ইংৰাজ ভ্ৰমণকাৰীও ইয়ালৈ আহিছে। তেওঁ আজি গধূলি মোৰ ইয়াতে আহাৰ কৰিব। তেওঁকো লগ পাব আৰু তেতিয়া আপুনি বিচৰা বিষয় দুটাৰ খবৰখিনিও মই দিব পাৰিম।"

নেখলিউদভ ডাকঘৰলৈ গ'ল—সেই ঠিকনাত কিবা চিঠি-পত্ৰ আহিছে নেকি চাবলৈ। হয়, এটা চীল-মোহৰ মৰা লেফাফাত চিঠি এখন আহিছে। লেফাফাটো পঠাইছে চেলেনিনে।

সি লৰালৰিকৈ লেফাফাটো খুলিলে। চিঠি এখনৰ লগত চৰকাৰী [illegible] মিচিনা এখন কাগজো। নেখলিউদভে অনুভৱ কৰিলে: তাৰ মুখখন ৰঙা হৈ পৰিছে, বুকুখনৰ ধপ্‌ধপ্‌নি তীব্ৰ হৈ উঠি নাচে নাচে

যেন কমি গৈছে। কাগজখন কাণ্ডিউছা সম্পৰ্কীয় আবেদনৰ। গ্ৰহণ নে প্ৰত্যাখ্যান? সি শব্দবোৰ এটা এটাকৈ পঢ়ি গ'ল। দেখিলে উত্তৰটো অনুকূলে।

এটা স্বস্তিৰ নিশ্বাস পেলাই নেখলিউদভে চিঠিখন পঢ়ি গ'ল:

প্ৰিয় বন্ধু,

তুমি যি আবেদন পেচ কৰিছিলা, সেইখন আবেদনে সুফল লাভ কৰিছে। মহামান্য চৰকাৰৰ দলিলৰ নকল পঠালো।

তোমাৰ, ছেলেনিন।

সি দলিলখন পঢ়িবলৈ ধৰিলে:

" × × × মহামান্য সম্ৰাট বাহাদুৰৰ আবেদন গ্ৰহণ দপ্তৰৰ মাননীয় প্ৰধানৰ আদেশক্ৰমে নগৰবাসিনী মহিলা ইয়াকা ভাৰ্ণা মাচলভাক ইয়াৰ দ্বাৰা জনোৱা যায় যে আবেদনত উত্থিত অনুৰোধ বিচাৰ কৰি মহামান্য সম্ৰাট বাহাদুৰে কৃপা পৰৱশ হৈ আদেশ দিয়ে যে সেইগৰাকী তিৰোতাক আগতে যি সশ্ৰম কাৰাদণ্ড দিয়া হৈছিল সেই কাৰাদণ্ড পৰিবৰ্তন কৰা হৈছে আৰু চাইবেৰিয়াৰ সুদূৰ অঞ্চলৰ পৰিবৰ্তে এতিয়া অপেক্ষাকৃতভাৱে ওচৰৰ কোনো অঞ্চলত নিৰ্বাসন দণ্ড কাৰ্যকৰী হ'ব।"

নেখলিউদভৰ বাবে এইটো এটা নিতান্তই আনন্দৰ আৰু গুৰুত্বপূৰ্ণ খবৰ। তাৰ আশা যেন পূৰ্ণ হ'ল। কাণ্ডিউছাৰো। অৱশ্যে পৰিস্থিতিৰ পৰিৱৰ্তন ঘটিছে, ফলত কাণ্ডিউছাৰ লগত তাৰ সম্পৰ্কৰ ক্ষেত্ৰত নতুনকৈ জটিলতাৰো উদ্ভৱ হ'ব। তাইৰ লগত তাৰ বিয়া হলেও সেই বিয়া হ'লহেঁতেন নামতহে। পিছে চিমনছনৰ লগতহে তাইৰ এতিয়া সম্পৰ্ক হ'ব?

× × × এই সুখবৰটো মাচলভাক দিবৰ বাবে সি উদগ্ৰীৱ হৈ পৰিল। তাইক দেখা দিবৰ বাবে সি বেগাই গ'ল জেলৰ প্ৰৱেশ-দ্বাৰলৈ। ৰাজ্যপালৰ পৰা লিখিত অনুমতি সি এতিয়াও পোৱা নাই। নাপালেও কথা নাই, সি তাৰ পূৰ্বৰ অভিজ্ঞতাকে প্ৰয়োগ কৰিব। ইতিমধ্যে গৱৰ্ণৰৰ পৰা হুকুমো জেললৈ আহি যাব পাৰে। তেতিয়া হলেতো কথাই নাই; সি মাচলভাক কেইঘণ্টাৰ ভিতৰতে তাৰ পৰা খালাচ কৰি নিব পাৰিব। কিন্তু ভৰামতে কামটো হৈ নুঠিল।

জেল পৰিদৰ্শকে তাক দেখা কৰিবলৈ অনুমতি নিদিলে। কিয়নো এবিধ সংক্ৰামক ৰোগত পৰি ইতিমধ্যে জেলত কেবাজনো কয়দীৰ মৃত্যু ঘটিছে। তেওঁলোক এতিয়া ব্যস্ত সেইবোৰক কবৰ দিয়াত।

## ॥ আঠ ॥

মাছলভাক লগ ধৰিব নোৱাৰি নেখলিউদভ হোটেললৈ উভতি আহিল। দেখিলে ৰাতিৰ আহাৰৰ কাৰণে ৰাজ্যপালৰ ঘৰলৈ তাৰ যাবৰ সময় হৈছে। সেইমতে সি ওলাল।

যাওঁতে সি বাটে বাটে ভাবি গৈছে—দণ্ডাদেশ লঘু হোৱা বাতৰিটো কাতিউছাই পাই কেনেভাৱে গ্ৰহণ কৰিব। তাইক এতিয়া কোন ঠাইত বসবাস কৰিবলৈ কোৱা ভাল হ'ব, ........ তাইৰ লগত এতিয়া কেনে-ধৰণৰ বসবাস হ'ব, ...... চিমনছনৰ কি হ'ব, তাৰ লগত কাতিউছাৰ সম্পৰ্কটো কি হ'ব ইত্যাদি, ইত্যাদি।

তাৰ পিছত নিজে নিজেই ভোৰ-ভোৰালে :

"সেইবোৰ কথা সম্প্ৰতি পাহৰি থকাই ভাল, সময় হ'লে দেখা যাব।"

নিশাৰ আহাৰৰ কাৰণে জেলৰ অধিনায়কজনৰ জীয়েক-জোঁৱায়েক, এজন ইংৰাজ ভ্ৰমণকাৰী, এজন সোণৰ খনিৰ মালিককে ধৰি কেবাজনো উপস্থিত হৈছে। ইংৰাজজনে আহিছে বহুত দেশ ভ্ৰমণ কৰি। তেওঁ বহুত কিবাকিবি দেখি-শুনি অহা মানুহ। আমেৰিকা, ভাৰত জাপান আৰু চাইবেৰিয়া সম্পৰ্কেও বহুত চিত্তাকৰ্ষী আৰু তথ্য-সমৃদ্ধ কথা তেওঁ কব পাৰে। নেখলিউদভক তেওঁলোকৰ মাজত পাই সকলোৱে ভাল পাইছে।

কথা সূত্ৰত নেখলিউদভে মাছলভাৰ বিষয়ে পোৱা চিঠিখনৰ কথা ক'লে আৰু এই সুবিধাতে তাইৰ লগত দেখা কৰা অনুমতিৰ বাবেও ৰাজ্যপালজনক অনুৰোধ কৰিলে।

জেলৰ কয়দীবোৰৰ লগত এবাৰ দেখাদেখি হবৰ কাৰণে ইংৰাজ-জনেও সুযোগ বিচাৰি আছিল। অধিনায়কজনে এবাৰ নেখলিউদভলৈ আঙুলিয়াই দি ক'লে :

"ভাল কথা, আপুনি এওঁতৰ লগতে যাব পাৰিব।"

খোৱাৰ টেবিলত কিছু আলোচনা চলিল মুকলিভাৱে। ইংৰাজজনে ভাৰতৰ বিষয়েও কিছু কথা কৈছিল; তাৰ পিছত গোটেই দাইবেৰিয়া-খনতে ভেটি আৰু পাপৰ ৰাজত্ব অপ্ৰতিহতভাৱে কি ধৰণে চলিছে সেই বিষয়েও তেওঁলোকৰ মাজত কথা-বতৰা চলিল।

ইতিমধ্যে বতৰৰ পৰিবৰ্তন ঘটিছে। বৰফ পৰা আৰম্ভ হৈছে। বাট-পথ ঘৰৰ ছাল গছৰ পাত, বাৰান্দাৰ চিৰি, ঘোঁৰাৰ পিঠি আদি সকলোবোৰ বৰফে ঢাকি পেলাইছে।

ইংৰাজ ভদ্ৰলোকজনে গাড়ীখন নিজাকৈ ভাড়া কৰি আনি ৰাখি থৈছিল। নেখলিউদভ আৰু তেওঁ নিজৰ নিজৰ গাড়ীত বহি ল'লে। সি গাৰোৱানজনক ক'লে, জেলখানাৰ ফালে গাড়ী চলাবলৈ। আগৰখন গাড়ীৰ পিছে পিছে কোমল বৰফৰ মাজে মাজে নেখলিউদভৰ ফীটন গাড়ীখনৰ চকা ঘূৰিবলৈ ধৰিলে।

॥ ন ॥

চন্তৰীবোৰে জেলৰ সন্মুখত পহৰা দি আছে। ভিতৰৰ অন্ধকাৰৰ মাজত জেলখানাৰ ভিতৰত জ্বলি আছে টিমিক-টামাক পোহৰ।

প্ৰবেশ-দ্বাৰৰ মুখলৈ ওলাই আহিল জেলৰ পৰিদৰ্শকজন। লেম্পৰ পোহৰত নেখলিউদভ আৰু ইংৰাজজনৰ কাৰণে দিয়া অনুমতি-পত্ৰখন চালে আৰু তাৰ পিছত তেওঁৰ পিছে পিছে যাবলৈ মাতিলে।

জেলৰ অফিচত তেওঁলোকক বহিবলৈ ব্যৱস্থা কৰি দিয়া হ'ল। তাৰ পিছত কাৰাগাৰৰ এজন প্ৰহৰীক ক'লে—মাছলভাক মাতি আনিবলৈ। ইংৰাজ ভদ্ৰলোকজনে জেলৰ পৰিৰ্শকদজনক কিবাকিবি প্ৰশ্ন কৰিছিল; তেওঁ সেইবোৰৰ উত্তৰ দি গ'ল। দুয়োজনৰ কথা-বতৰাবোৰ পৰস্পৰে বুজি পাবৰ কাৰণে দোভাষীৰ কাম কৰিলে নেখলিউদভে। নেখলিউদভ কিছু বিৰক্তও হৈছিল; কাৰণ যিমানসোপা প্ৰশ্ন চাহাবজনে কৰিছিল সেই প্ৰশ্ন ইমান সোপা হব বুলি সি আগতে ধাৰণা কৰা নাছিল। ইফালে সি অধীৰ অপেক্ষা কৰি বৈ আছে, উদগ্ৰীৱ হৈ আছে মাছলভাৰ আগমনলৈ।

এটা সময়ত মাছলভাই কাৰাৰক্ষীজনৰ পিছে পিছে আহি থিয় হ'ল। তাইক দেখি নেখলিউদভৰ মনটো ভাবাক্ৰান্ত হৈ উঠিল।

সি থিয় হ'ল আৰু তাইৰ ফালে আগুৱাই গ'ল। তাইৰ মুখখনৰ ফালে এবাৰ ভালকৈ চাই পঠিয়ালে। দেখিলে—তাত যেন ভৰি পৰিছে কিবা কঠিনতা আৰু বিৰাগ। আজিৰ কঠিনতাই তাক যেন আকৌ এবাৰ তিৰস্কাৰ কৰিলে—ঠিক আগতে এবাৰ কৰাৰ দিচিনাকৈ।

"তুমি বোধকৰো খবৰ পাইছা যে তোমাৰ দণ্ডাদেশ লঘু কৰাৰ বাবে হুকুম হৈছে।"

"অ, ৱাৰ্ডাৰ এজনে কৈছে।"

এতিয়া হুকুমৰ মূল কাগজখনো আহিব; হুকুম আহিলেই তুমি ইয়াৰ পৰা ক লৈ যাব খোজা সেইটো ঠিক কৰিব পাৰিবা। আমি তেতিয়া আকৌ ভাবিব পাৰিম।"

প্ৰায় লগে লগেই তাই উত্তৰ দিলে,

"ভাবিবলৈ আৰু কিটো আছে? চিমনছন য'লৈকে যায় ময়ো তালৈকে তেওঁৰ লগে লগে যাম।"

কথাখিনি কৈয়েহ কাতিউছাই অতি বিচলিত বোধ কৰিলে। তাই নেখলিউদভৰ ফালে চালে। ইমান দ্ৰুতভাৱে কথাখিনি কৈছে যেন কবলগীয়া কথাখিনি আগৱে পৰা সাজু কৰি ৰখা আছিল।

'বাৰু তেনেহলে এয়েই শেষ কথা নেকি ?"

"চোৱা, চিমনছনে বিচাৰে—মই তেওঁৰ লগত বসবাস কৰো ....।"

—কথাখিনি শেষ কৰিবলৈ গৈ আধাখিনিতে তাই ৰৈ গ'ল। তাৰ পিছত কথাখিনি ঘূৰাই ক'লে :

"তেওঁ বিচাৰে মই যেন তেওঁৰ ওচৰতে থাকো। মইনো আৰু কাৰোবাক বেছি কি বিচাৰিব পাৰো ! তুমি এইখিনিকে মোৰ মুখ বুলি ধৰি লোৱা। ইয়াত বাহিৰেনো মোৰ আৰু কি থাকিব পাৰে !"

নেখলিউদভে ভাবিলে :

'দুটা কথাৰ এটাতো হবই। হয়তো আমাৰ উভয়ৰে ভালৰ কাৰণে কাতিউছাই মোৰ পৰা আঁতৰি যাব খুজিছে ...। চিমনছনৰ লগত ভাগ্যৰ গাঠি বান্ধি তাই যেন বিচাৰিছে তাইৰ সেই মায়াজাল চিৰদিনৰ কাৰণে ভস্মীভূত হৈ যাওক ...। সি যেন শান্তি পাই গ'ল। তাৰ পিছত সি ক'লে

"তুমি যদি তেওঁক ভালপোৱা ....।"

"—ভালপোৱা বা নোপোৱাৰ কি কথা আছে ? সেইবোৰ হ'ল অতীতৰ কথা : অৱশ্যে চিমনছন সকলো মানুহৰ নিচিনা নহয়।"

"এৰা অতি সুন্দৰ মানুহ : আৰু মই ভাবো ।"—সি কথাখিনি শেষ কৰি কব নোৱাৰিলে। হঠাতে যেন কিবা অন্য ভাব এটাই তাৰ অন্তৰত খুন্দা মাৰি দিলে। মাছলভাই তাৰ পিনে লক্ষ্য কৰিলে। তাৰ পিছত কেৰাহিকৈ ৰহস্যময় দৃষ্টি এটা পেলাই ক'লে :

"তুমি বিচৰা মতে মই নোৱাৰিলো, মোক তুমি ক্ষমা কৰিবা। মই ভালকৈ বুজি পাইছো যে মোৰ সিদ্ধান্ত ভুল হোৱা নাই। আৰু তুমিওতো বাচি থাকিব লাগিব .... ।"

নেখলিউদভেও যেন গ্লানি অনুভৱ কৰিলে। এটা যেন গভীৰ বেদনাই তাৰ অন্তৰখন পুৰি মাৰিবলৈ ধৰিলে। সি ক'লে,

"এনেকুৱা হব বুলি মই ভবা নাছিলো।"

" -তুমি এনেদৰে ইয়াত থাকি অনৰ্থক কষ্ট খাইছা কিয় ? মোৰ কাৰণে তুমি বহুত কষ্ট কৰিলা।"—তাই এটা অদ্ভুত ধৰণৰ হাঁহি মাৰিলে।

"... মোৰ কোনো কষ্ট হোৱা নাই মাছলভা! বৰঞ্চ মোৰ ভালহে লাগিছে। তোমাৰ কাৰণে যদি আৰু কিবা কাম কৰিব পাৰিলোহেঁতেন তেন্তে আৰু ভাল পালোহেঁতেন।"

"হিচাপ-নিকাচ কৰি কি লাভ হ'ব? ভগৱানেই কৰিব সেইবোৰ" —কথাখিনি কৈ কাতিউছাই কান্দি পেলালে।

নেখলিউদভে ক'লে, "তুমি সঁচাকৈ কিমান ভাল ..."

"—মই ভাল?"—তাই আকৌ কান্দিলে।

এনে সময়তে ইংৰাজ ভদ্ৰলোকজনে ক'লে, "আৰ ইউ ৰেডী?"

সি ক'লে, "ডিৰেক্টলি ।"

ইংৰাজ ভদ্ৰলোকজনে অপেক্ষা কৰি থকা দেখি তাই ক'লে, "তেনেহলে মই যাওঁনে?"

"আকৌ লগ পাম—এই বিদায়েই শেষ বিদায় নহয়।"

"মোক ক্ষমা কৰিবা,"—কথাষাৰ তাই ইমান অস্ফুট কণ্ঠত ক'লে যে সি প্ৰায় শুনিলেই। আকৌ চাৰিটা চকুৰ মিলন হ'ল। তাৰ বুজিবলৈ বাকী নৰল যে তাই সঁচাকৈয়ে তাক ভাল পায়; ভাল পায় কাৰণেই তাই ধাৰণা কৰিছে যে যদিহে তাই নেখলিউদভৰ জীৱনসঙ্গীনি হয় তেনেহলে তাৰ জীৱনটো ধ্বংস হৈ যাব। চিমনছনৰ লগত থাকিহে তাই তাক মুক্তি দিব পাৰিব। এই উদ্দেশ্য পূৰণ হোৱাৰ কাৰণেই তাই তৃপ্তি পাইছে হয়, পিছে তাৰ লগৰ পৰা এৰা-এৰি হোৱাটো তাইৰ কাৰণে হৈছে কিমানযে বেদনাদায়ক!

নেখলিউদভক কৰমৰ্দন কৰি কাতিউছাই মুখখন ঘূৰালে আৰু তাৰ পিছত তাৰ পৰা বেগাই গুলাই গ'ল।

নেখলিউদভে অলপ স্বাভাৱিক হবলৈ চেষ্টা কৰিলে। তাৰ পিছত ইংৰাজ চাহাবজনৰ কামখিনি কৰি দিবলৈ সি প্ৰস্তুত হ'ল। সি দেখিলে যে ইতিমধ্যে চাহাবজনে তেওঁৰ নোটবুকত কিবাকিবি টুকি আছে।

পৰিদৰ্শকজনে সুধিলে,

"আপোনালোকে কয়দীবোৰক চাবলৈ যাব নেকি?"

ইংৰাজজনে নোট লিখা শেষ কৰিলে আৰু ভিতৰলৈ যাবলৈ গতি কৰিলে। পিছে পিছে গল নেখলিউদভ।

জেলখানাৰ এক নম্বৰ ৱাৰ্ডত থাকে সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত কয়দীবোৰ। এইটো ৱাৰ্ডৰ কৰিডৰত সোমালগৈ ইংৰাজজন, নেখলিউদভ, পৰিদৰ্শকজন আৰু কাৰাৰক্ষী কেজনমান। দুৰ্গন্ধময় ৱাৰ্ডটো সোমায়েই দেখিলে—দুজন কয়দীয়ে কৰিডৰতে পেচাব কৰিছে; ভিতৰৰ বিচনাত বহুত কয়দী। তাৰে কিছুমানে বহি আছে, কিছুমানে শুই আছে। এওঁলোকক দেখি সকলোবোৰ একেলগে উঠিল। ভৰিত বন্ধা শিকলিবোৰ একেলগে ঝনঝনাই উঠিল। একেবাৰে শুঠাকৈ থাকিল মাত্ৰ দুজন কয়দী; তাৰে এজন যুৱক। সি আছে জ্বৰতে ছটফটাই। আৰু আনজন বুঢ়া মানুহ। বুঢ়াজনে কেঁকাই কেঁকাই পৰি আছে।

ইংৰাজ ভদ্ৰলোকজনে সেই দুজনৰ কি হৈছে সুধিলত পৰিদৰ্শকজনে ক'লে যে ঠাইৰ অভাৱত এই বেমাৰী দুজনক হাস্পাতাললৈ পঠাব পৰা নাই। ইংৰাজজন আহিছে ইয়ালৈ আৰু এটা উদ্দেশ্যত। ধৰ্ম প্ৰচাৰক হিচাপে তেওঁ কয়দীবিলাকক কব—কিদৰে পাপী-তাপীসকলে ভগবানক বিশ্বাস কৰিব লাগে; আৰু প্ৰায়শ্চিত্তৰ সহায়ত কেনেকৈ পাপৰ পৰা উদ্ধাৰ হব পাৰি।

কয়দীবোৰে ইংৰাজী নুবুজে; গতিকে তেওঁ নেখলিউদভক ক'লে,

"এওঁলোকক কওক—যীশুখ্ৰীষ্টই এওঁলোকৰ প্ৰতি কৰুণা কৰিছিল, এওঁলোকৰ সকলোকে ভাল পাইছিল। এওঁলোকৰ কাৰণে প্ৰাণ দিছিল; এওঁলোকে যদি এই কথা বিশ্বাস কৰে তেনেহলে এওঁলোকে উদ্ধাৰ পাব।"

তেওঁ কোৱামতে নেখলিউদভে অনুবাদ কৰি কথাখিনি কৈ শুনালে। কয়দীসকলেও শুনি গ'ল।

ইংৰাজজনে আকৌ ক'লে "তেওঁলোকক কওক—এইখন কিতাপত

সকলো কথা লিখা আছে। এওঁলোকৰ ভিতৰত কোনোবাজনে পঢ়িব জনা মানুহ আছেনে ?”

দেখা গ'ল—কয়দীসকলৰ কুৰিজনমানে পঢ়িব পাৰে।

ইংৰাজজনে জেপৰ পৰা 'নিউ টেষ্টামেণ্ট' এখন উলিয়ালে। তাৰে দুখন কিতাপ তেওঁ দুজন কয়দীক দিলে।

দ্বিতীয়টো ৱাৰ্ডত তেনে ধৰণেৰে কিতাপ উপহাৰ দি গ'ল।

তৃতীয়টো ৱাৰ্ডৰ পৰা বহুত চিঞৰ-বাখৰ আহিছে। তাকে দেখি পৰিদৰ্শকজন সোমাই গ'ল আৰু সিহঁতক সষ্টম কৰি ক'লে, 'চুপ ”

দুজনে মাৰপিত কৰি আছিল। সিহঁত দুজন আৰু অন্য এজন অসুস্থ কয়দীৰ বাহিৰে বাকীবোৰ থিয় হ'ল। মাৰপিত কৰা দুজনৰ এজনৰ নাকেদি তেজ বৈ আছিল।

চৰ্দাৰজন আহিল। সি পৰিদৰ্শকক ক'লে যে মাৰপিত কৰা দুজনক কোনোমতে এৰুৱাই দিব নোৱাৰিলে। পৰিদৰ্শকজনে চকু পকাই কৈ উঠিল, “বাপেকে দেখুৱাম ব' মজাটো।”

ইংৰাজজনে সুধিলে, “হোৱাট ডিড দে ফাইট ফৰ? (তেওঁলোকে কিহৰ কাৰণে কাজিয়া কৰিছে ?)”

নেখলিউদভে ক'লে।

চাহাবে ক'লে, “তেওঁলোকক কৈ দিয়ক যে এই কিতাপত এই বুলি লিখা আছে 'তোমালোকে কথা কটাকটি কৰি মাৰপিত কৰিবা। কিন্তু যীশু -যিজনে আমাৰ কল্যাণৰ কাৰণে নিজৰ জীৱন বিসৰ্জন দিছে তেওঁ কাজিয়াৰ মিত-মাত কৰিবৰ কাৰণে উপায় দি গৈছে।' তেওঁলোকক আৰু সোধক যীশুৰ উপদেশ অনুসৰি অন্যায়কাৰীৰ লগত কেনে আচৰণ কৰিব লাগে সেইকথা তেওঁলোকে জানেনে নাই।”

নেখলিউদভে অনুবাদ কৰি দিয়াৰ পিছত এজন কয়দীয়ে সুধিলে,

“কৰ্তাসকলৰ ওচৰত গোচৰ দিলে তেওঁলোকেই মীমাংসা কৰি দিব —হয়নে ?”

অন্য এজনে ক'লে, “এজনে মনে মনে থাকিলেইচোন হৈ যায়; তেতিয়া আনজনে আৰু কাজিয়া কৰিবলৈ নাহে।”

কথা শুনি বহুতে একেলগে হাঁহি দিলে। নেখলিউদভে সেইখিনি কথা চাহাবজনক অনুবাদ কৰি দিয়াত তেওঁ ক'লে,

"তেওঁলোকক কৈ দিয়ক — যীশু খৃষ্টৰ উপদেশ অনুসাৰে তেওঁলোকে আচৰণ সলনি কৰিব লাগিব। এখন গালত চৰ খালে আনখন গাল পাতি দিব লাগিব।"—কথাখিনি কৈ চাহাবজনে নিজৰ গালখনলৈ দেখুৱাই দিলে। নেখলিউদভেও কথাখিনি অনুবাদ কৰি দিলে।

এইবাৰ কোনোবা এজন কয়দীয়ে কৈ উঠিল :

"তেখেতক নিজকে এবাৰ চেষ্টা কৰি চাবলৈ কওক।

অসুস্থ হৈ থকা কয়দী এজনে কথাবোৰ ইমানপৰে মনে মনে শুনি আছিল। সি লাহেকৈ উঠি ক'লে,

"আৰু সি নগালত যেতিয়া চৰ মাৰি দিয়ে তেতিয়া ? যদি চৰিয়াই থাকে ?"

পিছফালৰ পৰা কোনোবা এজনে খেকখেককৈ হাঁহি মাৰি দিলে আৰু কৈ উঠিল, "নিজকে এবাৰ চেষ্টা কৰি চাবলৈ লোকোৱা কিয় ?"

গোটেই ৱাৰ্ডটোত হাঁহিৰ খলকনি উঠিল। এনেকি অসুস্থ কয়দীজন আৰু অলপ আগতে মাৰপিট কৰা কয়দী দুজনেও হাঁহি দিলে।

ইংৰাজজনে অলপো অ-প্ৰস্তুত নহৈ নেখলিউদভক বুজাই দিবলৈ ক'লে যে ঈশ্বৰত যদি সঁচাকৈয়ে বিশ্বাস থাকে তেন্তে অসম্ভৱকো সম্ভৱ কৰিব পাৰি। তেওঁ আৰু ক'লে, "আৰু এবাৰ সোধক তেওঁলোকে মদ খায়নে নাই ?"

কোনোবাজনে কৈ উঠিল :

"কিয় নাখাব !"

অন্য এজনে নাকেৰে চিঁহিঁতি মাৰিলে।

এইবাৰ তেওঁলোকে পৰৱৰ্তী ৱাৰ্ডলৈ খোজ ল'লে। এইটো ৱাৰ্ড নিৰ্বাসন দণ্ড লাভ কৰা কয়দীসকলৰ। তাৰ পৰা গল তাৰ পিছৰ ৱাৰ্ডটোলৈ ... । সকলোতে সেই একে মানুহ, একে অৱস্থা— শীতাৰ্ত ভোকাতুৰ, নিবনুৱা, বেমাৰী অধঃপতিত অৱৰুদ্ধ মানুহ— সকলোকে দেখুৱা হ'ল ঠিক চিৰিয়াখানাৰ নিচিনাকৈ।

ইংৰাজজনে অলপসংখ্যক কিতাপ বিতৰণ কৰাৰ পিছত আৰু কৰিবলৈ এৰিলে। প্ৰতিটো ৱাৰ্ডতে উশাহ-নিশাহ বন্ধ হ'বলগীয়া অৱস্থা। মানুহজনৰ আগ্ৰহ কমি গৈছে। তেওঁ ওলাই আহিল আৰু পিছে পিছে আহিল যন্ত্ৰচালিত মানুহৰ দৰে নেখলিউদভ। সি আগুৱায়ো যাব নোৱাৰিলে, পলাবও নোৱাৰিলে—অথচ ক্লান্তিৰে ভৰি পৰিছে তাৰ মন।

॥ দহ ॥

নিৰ্বাসিত কয়দীসকলৰ ৱাৰ্ডত নেখলিউদভে সেই অদ্ভুত ধৰণৰ বুঢ়া কয়দীজনক দেখি আচৰিত হ'ল। এইজনকে দেখিছিল ৰাস্তিপুৰা নদী পাৰ হওঁতে। বুঢ়াজন বহি আছে জৰা-জীৰ্ণ অৱস্থাৰে। কঠোৰ আৰু জিজ্ঞাসু দৃষ্টিৰে বুঢ়াই নৱাগতসকলৰ ওপৰে ওপৰে এবাৰ চকু ফুৰালে। বুঢ়াৰ চকু দুটা যেন জ্বলি উঠিছে। তাৰ পাছত খং উঠা মানুহৰ নিচিনাকৈ সি তাৰ চকুৰ ভ্ৰূ-দুটা কোঁচালে।

পৰিদৰ্শকজনে ক'লে,

"থিয় দে—"

বুঢ়া মুঠিল, এটা তাচ্ছিল্যৰ হাঁহি মাৰিলে। তাৰ পিছত সি কৈ উঠিল,

"তোমাৰ চেলাবোৰ তোমাৰ কাষতে থিয় হৈ আছে; মই তোমাৰ চাকৰ নহয়, তোমাৰ কপালত যীশুখৃষ্টবিদ্বেষী হিচাপে ছাপ এটা আঁকা আছে -মই দেখা পাইছোঁ। ........।"

—বুঢ়াই আঙুলিৰে চৰকাৰী বিষয়াজনৰ কপালখনলৈ দেখুৱাই ক'লে। পৰিদৰ্শকজনে 'কি ই-ই'-বুলি চোঁচা লৈছিলেই; নেখলিউদভে বাধা দি ক'লে,

"মই তাক জানো।" তাৰ পিছত সুধিলে, "তাক কি অপৰাধত গ্ৰেপ্তাৰ কৰা হৈছে?"

"পাছপোর্ট নাই কাৰণে পুলিচে তাক গ্রেপ্তাৰ কৰি আনিছিল। যেই সেই মানুহকে জেললৈ পঠাবলৈ পুলিচক বাৰে বাৰে হাক দিয়া স্বত্বেও পঠায় ........।"

বুঢ়াই নেখলিউদভলৈ চাই ক'লে,

"তাৰ মানে তুমিও এওঁলোকৰ লগৰে খৃষ্টবিৰোধী ?"

"- নহয়, মই এজন দৰ্শনাৰ্থীহে।'

"ইয়ালৈ কি চাবলৈ আহিছা ? খৃষ্টবিৰোধীসকলে মানুহক কিদৰে যন্ত্ৰণা দিয়ে তাকে চাবলৈ আহিছা নেকি ? চাই যোৱা।"

ইংৰাজজনে সুধিলে, "কি কৈছে মানুহজনে ?"

নেখলিউদভে ক'লে, "তাক সোধক - আইন অমান্য কৰাসকলক কি শাস্তি দিয়া ভাল বুলি ভাবে ?"

বুঢ়াই খাচ্ছিল্য কৰি ক'লে,

"—আইন ? সেইসকলে কৰা আইন ; মানুহৰ পৃথিৱীৰ সকলো অধিকাৰ প্ৰথমতে কাঢ়ি নি চুৰি কৰি আৰু আত্মসাৎ কৰা মানুহবোৰে কৰা আইন ?

যিসকলে সেই প্ৰতাৰকসকলৰ কৰ্মকাণ্ডৰ বিৰোধিতা কৰে সেই-সকলক হত্যা কৰি উঠা লোকসকলেই আকৌ নিজে আইন কৰি কয় 'চুৰি নকৰিবা, হত্যা নকৰিবা ........।' আৰম্ভণীতেই আইনখন প্ৰণয়ন নকৰিলা কিয় ?"

নেখলিউদভে কথাখিনি অনুবাদ কৰি দিলে। ইংৰাজজনে আকৌ ক'লে

"তাক আকৌ সোধক - এজন চোৰ আৰু হত্যাকাৰীক কি কৰা উচিত।"

নেখলিউদভে তৰ্জমা কৰি দি বুঢ়াক শুনালে।

বুঢ়াই ক'লে "ভেওঁক কোৱা - তেওঁৰ কপালৰ খৃষ্টবিৰোধী গভীৰ আঁকবোৰ মচি পেলাওক। তেতিয়া চোৰ আৰু হত্যাকাৰীসকলক তেওঁ আৰু কতো দেখা নাপায়। কৈ দিয়া তেওঁক এই কথা।"

ইংৰাজজনে তৰ্জমা শুনি ক'লে, "হি ইজ ক্ৰেজী। (সি এটা পগলা।)"

বুঢাই আকৌ ক'লে, 'নিজৰ চকাত তেল দি লোৱা, অন্যবোৰক গাটিবলৈ যোৱা কিয়? যোৱা যোৱা—গুচি যোৱা।"

নেখলিউদভে কোঠাটোৰ পৰা ওলায় মানে বাকীসকলে গৈ ইতি-মধ্যে এটা কোঠালীৰ মুখত বৈছেগৈ। চৰকাৰী বিষয়াজনে ইংৰাজজনক দেখুৱাইছে 'সেইটো মৰা মানুহ ৰখা ঘৰ।"

ইংৰাজজনে ভিতৰলৈ সোমাই গ'ল। সেখিলে সক কোঠালীটো• চাৰিটা শৱদেহ পৰি আছে। তাৰে ভিতৰত নেখলিউদভে দেখা পালে এটা শৱ যোৱা কালি দেখিছিল যিজন মানুহৰ মুখমণ্ডলত খং, উত্তে-জনা আৰু বেদনা আজি সি পৰি আছে শান্ত, নিশ্চল আৰু সুন্দৰ হৈ। দেখিয়েই তাৰ মনলৈ আহিল: এই যন্ত্ৰণা দুখ-বেদনা সি ভোগ কৰিলে কিয়? কি আছিল তাৰ জীৱনৰ কামনা? এতিয়া সি সেইবোৰ জানো বুজি পাইছে .... ?

নেখলিউদভৰ টোপনি অহা নাই। হোটেলৰ কোঠালীৰ ভিতৰত ইফাল-সিফাল কৰি খোজকাঢ়ি ফুৰিছে। কাতিউছাৰ লগৰ সম্পৰ্কৰ কথা এতিয়া আৰু শেষ হৈছে। কাতিউছাই যে তাক নিবিচাৰিলে এই কথাটোতে সি বিষন্ন আৰু লজ্জিত হৈছে। অৱশ্যে সেই কথাটোৱে তাক পীড়িত কৰা নাই।

সম্প্ৰতি—বিশেষকৈ কাৰাগাৰৰ ভিতৰত যি পাপ আৰু বীভৎস বোৰ সি দেখি আছিল তাৰ পৰা সি এটা স্পষ্ট ধাৰণা কৰিব পাৰিছে যে যিবোৰে পাপ কৰি মানুহৰ মৃত্যু ঘটাইছে—সেইবোৰে কিন্তু অপ্ৰতি-হতভাৱে শক্তিমন্ত হৈ সগৌৰৱে দেশ শাসন কৰি আছে। জয় কৰিব লাগে সেইবোৰকহে; কিন্তু সেই কামটো কৰিব পৰা যায় নে নাযায় সেই কথা সি কব নোৱাৰে। হৃদয়হীনসকলে মানুহবোৰক ফাঁকি দি ৰাখিছে কাম কৰাই শাস্তি দি—দুৰ্গন্ধময় পৰিৱেশৰ মাজত। তীব্ৰ ভাষাৰে

সেইবোৰ ৰাজ-কৰ্মচাৰীক অভিযুক্ত কৰিব খোজাসকলকে আকৌ মস্তিক বিকৃত বুলি দণ্ড দিয়া হৈছে ........।

কোঠালীটোৰ ভিতৰতে অহা-যোৱা কৰি চিন্তাক্লিষ্ট নেখলিউদভ ক্লান্ত হৈ পৰিল। সি চোকাখনত বহি ল'লে।

সন্মুখতে পৰি আছে ইংৰাজজনৰ পৰা পোৱা 'শুভ-সমাচাৰ' বোলা কিতাপখন। ইয়াতেই বোলে সকলোবোৰ প্ৰশ্নৰ উত্তৰ আছে। 'শুভ সমাচাৰ'ৰ যিটো পৃষ্ঠা উলিয়াই ল'লে সেইটো পৃষ্ঠা লিখিছে মথিছে।

সি অষ্টাদশ অধ্যায়টো উলিয়াই ল'লে আৰু পঢ়িবলৈ ধৰিলে :

১। "সেই দোষত দোষী শিষ্যসকলে যাশুৰ ওচৰলৈ গৈ সুধিলে তেনেহ'লে স্বৰ্গৰাজ্যৰ মাজত শ্ৰেষ্ঠ কোনজন ?"

২। "যীশুৱে এটি শিশুক তেওঁৰ ওচৰলৈ মাতি আনি তেওঁলোকৰ মাজতে বহুৱালে ........"

৩। "আৰু ক'লে 'মই তোমালোকক সঁচা কথা কৈছোঁ।—তোমালোকে যদি ধৰ্মান্তৰ নোহোৱা আৰু শিশুসকলৰ দৰে পবিত্ৰ নোহোৱা তেনেহ'লে স্বৰ্গৰাজ্যত প্ৰৱেশ কৰিব নোৱাৰিবা।'

৪। 'অতএব এই শিশুটোৰ দৰে যিজন পবিত্ৰ হৈছে তেৱেঁই হয় স্বৰ্গৰাজ্যৰ বাবে শ্ৰেষ্ঠ' ;

"—এৰা এইষাৰ কথাহে প্ৰকৃততে সঁচা'; তাৰ মনত পবিত্ৰ জীৱনত সি পৰম শান্তি আৰু আনন্দৰ সোৱাদ তেতিয়াই লাভ কৰিছে যেতিয়া সি নিজকে পবিত্ৰ কৰি তুলিব পাৰিছে ;

৫। 'এই শিশুটিৰ নিচিনা শিশুসকলক যিজনে গ্ৰহণ কৰে সিজনে মোকেই গ্ৰহণ কৰে' ;

৬। 'কিন্তু যি অলপমান মানুহেহে মোক বিশ্বাস কৰে, সিহঁতৰ মাজৰে কোনোবাই লোভ দেখুৱাব পাৰে। তেনে লোকৰ ডিঙিত এখন যাঁত বান্ধি দি তাক সাগৰৰ গভীৰ পানীত ডুবাই মৰাটোও বৰং ভাল।'

'যিয়ে অকল গ্ৰহণ কৰে' বোলা বাক্যটো যীশুৱে ক'লে কিয়! ক'ত গ্ৰহণ কৰে! আৰু মোৰ নামত' বোলা কথাটোৰ অৰ্থ কি !" —নেখলিউদভে ভাবিলে যে এই কথাবিলাকৰ অৰ্থ সি ভালদৰে বুজা

নাই। আৰুবা কিহব কাৰণে তাৰ ভিত্তিত যাঁত বন্ধা হ'ব। সাগৰৰ গভীৰ পানীতেইবা পেলাব লাগে কিয়! নহয়, এইবোৰ কথাই যথা-যথভাৱে যীশুৰ কথা কোৱা নাই—কথাবোৰ পৰিষ্কাৰ নহয়।"

তাৰ মনত পৰিল একাধিকবাৰ সি 'সু-সমাচাৰ'বোৰ পঢ়িবলৈ লৈয়েই এই অংশবোৰতেই উজুটি খাইছে, প্ৰাঞ্জলতাৰ অভাৱে তাৰ মনক প্ৰতিহত কৰিছে। সপ্তম, অষ্টম, নৱম আৰু দশম শ্লোকবোৰতো নানাবিধ 'প্ৰলোভন'ৰ কথা কোৱা হৈছে, আৰু 'অগ্নিময় নৰকত নিক্ষেপ কৰি মানুহক শাস্তি দিয়া কথা যিদৰে কোৱা হৈছে সেইদৰে আকৌ কোৱা আছে—'সেইবোৰ দেৱদূতৰ কথা—যিবোৰে সততে স্বৰ্গত থকা পিতাকৰ মুখ দৰ্শন কৰি থাকে।'

নেখলিউদভে ভাবিলে "এইবোৰ অসংলগ্ন কথা; অথচ ভালকৈ বুজিব পাৰি যে এইবোৰ সু-সমাচাৰৰ মাজতো প্ৰকৃততে ভাল কথাও আছে বহুখিনি।"

সি পঢ়ি গ'ল:

১১। 'কাৰণ হেৰাই যোৱাসকলৰ পৰিত্ৰাণ আৰু উদ্ধাৰৰ বাবে মনুষ্যপুত্ৰ আহিছে;

১২। তোমালোকে কি বুলি ভাবা? কোনোবা এজন মানুহৰ যদি এশটা ভেড়া থাকে, আৰু তাৰে এটা ভেড়া যদি হেৰাই যায়, তেনেহলে বাকী নিৰানব্বৈটাক এৰি থৈ সেই হেৰোৱা ভেড়াটো বিচাৰি পৰ্বতলৈ আৰু কেতিয়াও নাযায়, হয়নে?

১৩। 'আৰু যদি সেইটো কিবা প্ৰকাৰে পাই যায় তেনেহ'লে মই তোমালোকক সঁচাকৈ কৈছো যে যি নিৰানব্বৈটা হেৰোৱা নাই সেই কেইটাৰ কথা এৰি হেৰাই পোৱাটোৰ বাবেহে অধিক আনন্দ কৰে।

১৪। 'সেইৰূপে এই ক্ষুদ্ৰসকলৰ ভিতৰত এজনো যেন বিনষ্ট নহয়; তাকে জানো তোমালোকৰ স্বৰ্গত থকা পিতৃয়ে কামনা নকৰে?

নেখলিউদভে জানিবলৈ ধৰিলে:

এৰা পিতাই কাৰো নষ্ট হৈ যোৱাটো ইচ্ছা নকৰে; কিন্তু ইয়াত ধ্বংসপ্ৰাপ্ত হৈছে শই শই, হাজাৰে হাজাৰে; আৰু এতিয়া সিহঁতৰ কাকো ৰক্ষা কৰিবৰ উপায় নাই।

ইয়াৰ পিছত কথাবোৰ আৰু বেছিকৈ জানিবৰ কাৰণে সি আগৰ পৃষ্ঠাবোৰলৈ গৈ পঢ়িবলৈ ধৰিলে।

আধ্যাত্মিক জীৱন যাপন কৰাসকলৰ যেনেকুৱা হয় নেখলিউদভৰো তেনেকুৱা হ'ল। প্ৰথমতে যি ধাৰণা জন্মিছিল, এতিয়া অভিজ্ঞতাই তাক আৰু দৃঢ় কৰিলে; হঠাতে আগৰ ধাৰণাবোৰ তাৰ কাৰণে সহজ হৈ পৰিল। সেইটোৱে তাৰ সন্মুখত অদ্ভুত সত্যৰূপে প্ৰতিভাত হ'ল। সি বুজি পালে যে এজন পাপীয়ে তাৰ নিজৰ পাপৰ সংশোধন কৰিব নোৱাৰে। এনে অৱস্থাত এজন অসৎ লোকে বিচাৰিছে আন এজন অসৎ লোকক শুধৰাবলৈ। তেওঁলোকে যান্ত্ৰিক উপায়েৰে সেইবোৰক শুধৰাব পৰা যাব বুলি ভাবিছে। ইয়াৰ ফলত হৈছে কি! যাক টকা লাগে, টকাৰ প্ৰতি যাৰ লোভ বেছি সেইসকলে ভণ্ডামীৰে অন্যসকলক সংশোধন কৰিব খোজে; তেওঁলোকে তেওঁলোকৰ ভণ্ডামীক এক পেশাত পৰিণত কৰে; ইয়াৰ ফলত নিজেও দূষিত, কলুষিত হয়েই—অন্যসকলকো যাতনা দিয়ে আৰু নিৰন্তৰ দূষিত কলুষিত কৰে। যি বিভৎসতাবোৰ সি ইমান দিনে দেখি আহিছে সেইবোৰৰ উৎপত্তি ক'ত আৰু সেইবোৰ নিঃশেষ কৰিবলৈ হ'লে কিহৰ আৱশ্যক হ'ব সেই কথাবোৰ সি বুজি পালে। যিটো প্ৰশ্নৰ উত্তৰ ইমান দিনে বিচাৰিছিল সেই প্ৰশ্নৰ উত্তৰ সি এতিয়া পাই গ'ল; সেইটো হ'ল: পিটাৰৰ প্ৰশ্নৰ উত্তৰত যীশুৱে কোৱাৰ নিচিনাকৈ—সকলোকে ক্ষমা কৰা: কেৱল এবাৰ নহয় দুবাৰ নহয় অলেখবাৰ। কাৰণ কোনোজনেই নিষ্পাপী বা নিৰপৰাধী নহয়। গতিকে কোনো এজনক শাস্তি দান_ কৰা বা সংশোধন কৰাৰ অধিকাৰ কাৰো নাই।

নেখলিউদভৰ মনত আৰু এটা চিন্তাই ভুমুকি মাৰিলে: "কিন্তু ইমান সহজে জানো সমস্যাবোৰ সমাধান কৰা সম্ভৱ হ'ব পাৰে?"

পোন প্ৰথমতে কথাটো তাৰ মনত অতি আশ্চৰ্যজনক যেন লাগিছিল। এতিয়া উপলব্ধি কৰিবলৈ ধৰিলে: কেৱল তত্ত্বগত নহয়, প্ৰযুক্তিগতভাৱেও; আৰু সেইটোৱেই হ'ল তাৰ প্ৰশ্নৰ সম্যক সমাধান।

সি ভাবিবলৈ ধৰিলে:

শ শ বছৰ জুৰি যিসকলক অপৰাধী বুলি ভাবি অহা হৈছে সেই সকলক প্ৰাণদণ্ড দিয়া হৈছে; কিন্তু তাৰ ফলত জানো অপৰাধীসকল সমূলঞ্চে নিৰ্মূল হ'ল! নিৰ্মূল কৰা দূৰৰে কথা সিহঁতৰ সংখ্যা বৰং বাঢ়িহে গৈ আছে। উপৰ্যুপৰি শাস্তি বিধান কৰাৰ ফলত কলুষিত

কলংকিত দাগী অপৰাধীসকলৰ কথা এৰিং প্ৰকৃতপক্ষে সিসকলেই মানুহ হৈ মানুহক বিচাৰ কৰাৰ সাহস (স্পৰ্ধা) কৰে, মানুহ হৈ মানুহক দণ্ড দিয়ে।

নেখলিউদভে ইমানদিনে বুজিলে যে এনে ধৰণেৰে গণ্য কৰিব পৰা অপৰাধীসকলেই বিচাৰকৰ আসনত বহি লয় আৰু অন্যলোকৰ ওপৰত দণ্ড বিধান কৰে। কিন্তু এওঁলোকৰ প্ৰভাৱ আছে বুলিয়েই সমাজ টিকি থকা নাই। এওঁলোকৰ প্ৰভাৱ কলুষিত; অথচ এতিয়াও সমাজখন আছে। কিয়নো মানুহে এতিয়াও মানুহৰ দুখত কাতৰ হয়, মানুহে মানুহক ভাল পায়।

সি অনুভৱ কৰিলে যে বাস্তৱ জীৱন যাপন কৰোঁতে যদি যীশুৰ উপদেশবোৰ প্ৰয়োগ কৰা যায় তেনেহ'লে আচৰিত ধৰণেৰে সমাজত এটা পৰিৱেশৰ সৃষ্টি হ'ব আৰু সেই পৰিৱেশ হ'ব অভিনৱ। অকল সেয়ে নহয় পৰম স্থানপ্ৰাপ্তি ঘটিব, সমগ্ৰ মানৱ জাতিৰ স্বৰ্গৰাজ্য প্ৰতিষ্ঠা হ'ব এইখন পৃথিৱীত।

গোটেই নিশাটো তাৰ টোপনি নাহিল। সি বিশাল সমুদ্ৰৰ পানী একত্ৰিত কৰি আজি সকলোবোৰ বিস্ময়জনক তথ্যৰ অঞ্জলি ভৰাই পান কৰিলে শাঁত পৰিল তাৰ তৃষিত হৃদয়। এইবোৰ চিন্তাৰ ফলশ্ৰুতিয়ে কেৱল মানুহৰ প্ৰয়োজনকেই সাধন নকৰে, দান কৰে অপৰিসীম উৎকৰ্ষতা। সি ভাবিবলৈ ধৰিলে :

"আমি যেন নিজেই আমাৰ জীৱনৰ গৰাকী; আৰু এই জীৱনটো যেন একমাত্ৰ আমাৰ উপভোগৰ কাৰণেই দিয়া হৈছে : এনেহেন অদ্ভুত ধাৰণাক লৈয়েই আমি বাঁচি থাকোঁ। এই কথা হ'ব নোৱাৰে ;—এয়া অসম্ভৱ, অযৌক্তিক। 'সু সমাচাৰ'ত কৈছে—"তেওঁৰ বাক্য আৰু তেওঁৰ ধাৰ্মিকতাৰ সম্পৰ্কত চেষ্টা কৰা : তেতিয়া সেই সকলোবোৰ বস্তুৱেই তোমাক দান কৰা হ ব। কিন্তু আমি আটাইবোৰ বস্তুকেই বিচাৰো ; সেই কাৰণে একো নাপাওঁ।"

সেই নিশাৰ পৰা নেখলিউদভৰ আৰম্ভ হ'ল সম্পূৰ্ণ এক নতুন জীৱন। সিযে জীৱনৰ কোনো এটা নতুন পৰিৱেশত প্ৰৱেশ কৰিছিল তেনে নহয় : কিন্তু সেইসময়ৰ পৰা তাৰ জীৱনত যিবোৰ ঘটিছিল সেই সকলোবোৰকে নতুন পোহৰত নতুন অৰ্থত, নতুন তাৎপৰ্য্যত সি দেখা পালে।

তাৰ জীৱনৰ এই নতুন পথটোৰ পৰিসমাপ্তি কেনে ধৰণেৰে ঘটে সেই কথাৰ প্ৰমাণ কৰিব একমাত্ৰ ভাৱীকালবোৰে।